# বাৰমাহী আৰু বিলাপ গীত

ডঃ প্ৰফুল্লদত্ত গোস্বামী দেৱৰ
পাতনিৰ সৈতে

সম্পাদক আৰু সংগ্ৰাহক
শ্ৰীফণীন্দ্ৰনাথ কলিতা

প্ৰকাশক—
নিউ বুক ষ্টল,
পানবজাৰ, গুৱাহাটী

বেটুপাতৰ ছবি
শ্ৰীভগবান দাস
গুৱাহাটী

প্ৰথম সংস্কৰণ
১৯৬০ ইং চন



মূল্য — ২॥০

মুদ্ৰালয়—
পূৰ্ব্বজ্যোতি প্ৰেছ
গুৱাহাটী ।

## উছৰ্গা

ডঃ শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা দেৱৰ হাতত
"বাৰমাহী আৰু বিলাপ গীত"
অৰ্পণ কৰা হ'ল ।

# অভিমত

প্ৰিয় শ্ৰীমান ফণীন্দ্ৰনাথ কলিতাই অহোপুৰুষাৰ্থ কৰি অসমৰ তথা ভাৰতৰ লোক সংস্কৃতিৰ অমূল্য সম্পদ সংগ্ৰহ কৰিছে। "বাৰমাহী আৰু বিলাপ গীত" নামৰ কিতাপখনি পঢ়িলোঁ। ই জনসাধাৰণৰ বিশেষকৈ শিক্ষাৰ্থী সকলৰ অতি আৱশ্যকীয় আমোদ আৰু শিক্ষাৰ পুথি।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসাহিত্য বিভাগত এওঁ সুখ্যাতিৰে কাৰ্য্য কৰি বিশ্ববিদ্যালয়ত অনেক গীত-পদ, সাঁথৰ, পুথি সংগ্ৰহ কৰি দিয়াটো অত্যন্ত পৰিশ্ৰম আৰু গৌৰৱৰ কথা।

উদীয়মান ডেকা শ্ৰীমান কলিতাই ছাত্ৰ অৱস্থাৰ পৰা লোক সংস্কৃতিৰ চৰ্চা চলাই আহিছে। আশাকৰোঁ তেওঁৰ এই বিভাগৰ চৰ্চাত অসম সাহিত্য সভা, জনসাধাৰণ আৰু চৰকাৰে উৎসাহ দিব।

শ্ৰীদণ্ডী ৰাম দত্ত
অসম গৱৰ্ণমেণ্টৰ ৰিচাৰ্চ স্কলাৰ, বৰ্ত্তমান
গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাচীন পুথিৰ
অনুসন্ধানকাৰী

জালুকবাৰী
২।৩।৬০

# সূচী পত্ৰ

# বাৰমাহী আৰু বিলাপ গীত

অতি পুৰণি কালৰে পৰা মানুহৰ মুখে মুখে কিছুমান গীত-পদ চলি আহিছে ; জন-সাধাৰণৰ মাজত আজিও তাৰ সমাদৰ আছে । পৃথিবীৰ প্ৰত্যেক দেশ আৰু জাতিৰে স্বকীয় সাহিত্য, সংস্কৃতি আৰু বুৰঞ্জী আছে । যি দেশৰ সাহিত্য, সংস্কৃতি আৰু বুৰঞ্জী নাই, সেই দেশ বা জাতিৰ নিজা ভাষাও নাই । অসম ভাৰতৰ ভিতৰত এখন সংস্কৃতিপূৰ্ণ দেশ । পৃথিবীৰ বিভিন্ন দেশ বা জাতিৰ দৰে কিছুমান লোকগীত মৌখিক অৱস্থাতে অসমতো আজিলৈকে মানুহৰ মুখে মুখে শুনিবলৈ পোৱা যায়। তাৰে কিছুমান সংগৃহীত হৈছে আৰু কিছুমান সময়ৰ সোঁতত লুপ্ত হবলৈ ধৰিছে । এইটো বৰ পৰিতাপৰ কথা । গতিকে অনুসন্ধিৎসু সকলে আগবাঢ়ি অহা উচিত । তেতিয়াহে দেশৰ ভাষা সংস্কৃতি চহকী হব । অধ্যাপক প্ৰমোদ ভট্টাচাৰ্য্যই লিখিছে—

"লোকগীত ৰাইজৰ অন্তৰৰ পৰা নিজৰি ওলোৱা আবেগৰ সুৰ । লোকগীত লোক সংস্কাৰৰ ( ফ'কলʼৰ ) এটি ঘাই অঙ্গ । লোক সংস্কাৰ হৈছে মানৱ জীৱনৰ চৌপাশে থকা আচাৰ, ব্যৱহাৰ, ৰীতি-নীতি, ধ্যান-ধাৰণাৰ ঐতিহ্য পূৰ্ণ ৰূপ । ফ'কলʼৰ বা লোক সংস্কাৰ এই সংজ্ঞাৰ পৰিসৰ বৰ বহল । ইয়াৰ ভিতৰত সকলো শ্ৰেণীৰ লোকগীত, লোকাচাৰ, লোকসাধু, লোকবিশ্বাস,

কাহিনী-আখ্যান, যোজনা, পটন্তৰ, সাঁথৰ-দৃষ্টান্ত আদিক ঠাই দিয়া হয়। ডবলিউ-জে-থমাছ নামৰ পণ্ডিত এজনে 'ফ'কল'ৰ এই নামকৰণ প্ৰথমে ব্যৱহাৰ কৰে। আজি কালি আধুনিক সকলো ভাষাতে 'ফ'কল'ৰ এই শব্দৰ প্ৰচলন হৈছে আৰু ইয়াৰ সমৰ্থক শব্দৰ সৃষ্টি হৈছে। অসমীয়া ভাষাত লোক সংস্কাৰ শব্দৰ দ্বাৰা ইংৰাজী ফ'কল'ৰ শব্দৰ অৰ্থ প্ৰকাশ কৰিব পাৰি। লোকগীত লোক-সাহিত্যৰ (ফ'ক-লিটাৰেচাৰ) ভিতৰুৱা। লোকসাহিত্যৰ উপৰিও লোক সংস্কৃতি (ফ'ক-কালচাৰ) শব্দৰ ব্যৱহাৰো আমাৰ ভাষাত চলিব ধৰিছে।

লোক সংস্কাৰৰ চৰ্চ্চা ওঁঠৰ শতিকাৰ শেহ ভাগৰ পৰা ক্ৰমে বাঢ়িবলৈ ধৰে। ১৭৬৫ চনত প্ৰকাশ পোৱা পাৰ্চীৰ "ৰেলিকছ অব্ এন্‌চিয়েণ্ট ইংলিছ পয়েট্ৰী" নামৰ গ্ৰন্থই ইউৰোপৰ আৰু আমেৰিকাৰ সুধী সমাজত লোকগীতৰ অধ্যয়ন, সংগ্ৰহ, চৰ্চ্চা আৰু বিশ্লেষণৰ আৱশ্যকতা সম্বন্ধে জাগৰণৰ ঢৌ তোলে।

লোকগীত সাধাৰণতে দুভাগত ভগাব পাৰি (১) প্ৰথমতে সৰ্ব্বসাধাৰণ ৰাইজৰ মুখে মুখে প্ৰচলিত গীতসমূহ। এইবোৰ কোনো জনজাত ৰচয়িতাৰ ৰচনা নহয়। ঠাই ভেদে এনে লোক-গীতৰ ভিন ভিন ৰূপ পোৱা যায়। মৌখিক অৱস্থাত এই গীত-পদবোৰে গায়ক-গায়িকা আৰু শ্ৰোতা সমাজৰ মনোৰঞ্জন কৰে। [ যেনে বিহু গীত, বিয়া নাম ]

(১) জোছেফ টি ছিপলী সম্পাদিত "ডিক্সনাৰী অব ৱৰ্ল'ড লিটাৰেচাৰ"।—পৃঃ ২৪৪



আন বিধ লোকগীতক সাহিত্যৰ পৰশ পোৱা লিখিত গীত বুলি আখ্যা দিব পাৰি। স্বদেশ প্ৰেম, জাতীয়তা, বীৰত্ব বাৎসল্য আদি ভাবব্যঞ্জক কাহিনী কোনো নিৰ্দ্দিষ্ট ৰচকে ৰচে আৰু এই ৰচনা সৰ্ব্বসাধাৰণ মানুহৰ মুখে মুখে প্ৰচলিত হবলৈ ধৰে [ যেনে, কাণ খোৱা ]। সাধাৰণতে আমি প্ৰথম বিধ লোকগীতৰ ওপৰতহে অধিকতৰ গুৰুত্ব আৰোপ কৰোঁ। লোকগীতৰ উৎপত্তি সম্বন্ধে পণ্ডিতসকলে বিভিন্ন মতবাদ আগবঢ়াইছে। নৃত্য, গীতৰ পূৰ্ব্বৱৰ্ত্তী অৱস্থা আৰু গীত কবিতাৰ জননী। তেনেস্থলত নৃত্য-গীত কবিতা একেডাল সূতাৰে গঁথা। (২) পৃথিবীৰ অন্যান্য দেশৰ লোকগীত, লোকনৃত্যৰ দৰে অসমৰ লোকগীত নৃত্যবো স্বকীয়া সামাজিক পৰিবেশ আছে। বিশেষকৈ অসমত আৰ্য্য, অষ্ট্ৰিক, তিৰ্ব্বত-বৰ্ম্মী আদি বিভিন্ন গোষ্ঠীৰ নৰ-নাৰীয়ে বাস কৰা গতিকে সামাজিক বৈচিত্ৰ্য বৰ্ত্তমান। লোকগীত, লোকনৃত্য আৰু লোক সংস্কাৰত সামাজিক বৈচিত্ৰ্য বিভিন্ন ৰূপত প্ৰকাশিত হয়।

অসমত বাস কৰা আৰ্য্য হিন্দু সমাজত প্ৰচলিত আচাৰ ব্যৱহাৰ ৰীতি-নীতি, বিশ্বাস-প্ৰবাদক কেন্দ্ৰ কৰি কিছুমান লোক-গীত গোৱা হয়, ইয়াৰে কিছুমান সংগৃহীত হৈছে যদিও এতিয়াও ভালেমান মৌখিক ৰূপতে আছে, হয়তো কিছুমান লোপ পাব-লৈও ধৰিছে। আৰ্য্য হিন্দুসকলৰ উপৰিও অসমীয়া মুছলমান সমাজত প্ৰচলিত জাৰি-জিকিৰ আদি লোকগীতৰ উৎকৃষ্ট নিদৰ্শন। অসমীয়া শিখ, অসমীয়া গুৰ্খা আদি লোক গোষ্ঠীৰ

মাজতো কিছুমান লোকগীত প্ৰচলিত হৈ থকা বুলি জনা যায়। ইয়াৰ বাহিৰেও অসমত জনজাতি সকলৰ মাজত চলি অহা গীত পদ বোৰৰ পৰিধি বৰ বহল বুলি জনা গৈছে। জন জাতীয় গীত পদৰ সংগ্ৰহ, সংকলন আৰু প্ৰকাশে অসমৰ লোকগীতৰ সম্ভাৰ চহকী কৰিব, তদুপৰি অসমীয়া লোকগীত, লোকসংস্কৃতি আৰু লোকসংস্কাৰৰ স্বৰূপ মূল্যাঙ্কনত যথেষ্ট ৰূপে সহায় কৰিব। অসমৰ খাছিয়া, বড়ো, নগা, মিৰি, লুচাই, লালুং, মিকিৰ আদিৰ মাজত অলেখ গীত-পদ সাধু প্ৰচলিত হৈ আছে। এই গীত-বোৰত আছে গাৱেঁ-ভূঞে পাহাৰে-কন্দৰে, নগৰে-চহৰে বাস কৰা সৰ্ব্বসাধাৰণ অসমীয়া ৰাইজৰ দৈনন্দিন জীৱনৰ অৱস্থা, সুখ-দুঃখ, আশা-আকাঙ্ক্ষা, হাঁহি-কান্দোন, আচাৰ-বিচাৰ আদিৰ প্ৰতিচ্ছবি। সাহিত্য যদি লোকসাধাৰণৰ অনুভূতি অভিজ্ঞতা প্ৰকাশৰ বাহনেই হয় তেনেহলে আমাৰ সাহিত্যই এইবোৰক সামৰি নোলোৱাকৈ থাকিব নোৱাৰে আৰু এটা কথা মন কৰিব লগীয়া যে এতিয়াও আমাৰ গাৱেঁ-ভূঞে লোকগীত, লোকসাধু, বচন, পটন্তৰ আদি সৃষ্টি হৈয়ে আছে; জনজাতীয় সমাজত এই সৃজনী প্ৰতিভাই অধিকতৰ সমল যোগাইছে। শিক্ষাৰ পোহৰ পোৱা লোকসকলৰ মাজত লোকগীত লোকসাহিত্যৰ সৃষ্টিৰ আকাঙ্ক্ষা ক্ষীণ"।

"বাৰমাহী আৰু বিলাপ গীত" অসমীয়া লোক সাহিত্যৰ অন্যতম সম্পদ। বাৰমাহী গীতৰ যোগেদি জনকবিয়ে প্ৰকৃতিৰ

(২) এন্থনী এক্স-চোবেছৰ "এন ইন্ট্ৰডাকচন টু ডি ষ্টাডী অব লিটাৰেচাৰ" পৃঃ ৫৫



লগত সম্বন্ধ ৰাখি বাৰমাহৰ সুন্দৰ বৰ্ণনা দিছে। বাৰমাহী গীত কামৰূপ আৰু গোৱালপাৰা জিলাতহে শুনিবলৈ পোৱা যায় কিন্তু অঞ্চল বিশেষে একে গীতেই ভিন ভিন ৰূপত পোৱা যায়। আগৰ দিনত এতিয়াৰ নিচিনা ৰেলগাড়ী, মটৰগাড়ী, জাহাজ আৰু বিমানৰ প্ৰচলন নাছিল। তেতিয়াৰ দিনৰ লোকসকলে নাও (ডিঙা), গৰুৰ গাড়ী আৰু ঘোঁৰা বা গাধৰ পিঠিত বস্তু বাহানি বোজা দি বেহা-বেপাৰ কৰিছিল। সেই বিষয়ে বাৰমাহী গীতত সদাগৰ, সাউদ, বৰডিঙা, বণিজ আদি শব্দৰ সুন্দৰ বৰ্ণনা আছে। বাৰমাহী গীত স্বাভাৱিকতে মুনিহ তিৰোতা উভয়ৰে মুখত শুনিবলৈ পোৱা যায়। যেতিয়া গাৰোৱান বা নাৱৰীয়া সকলে বাৰমাহী গীতৰ করুণ সুৰ দি অটব্য হাবি নাইবা ভৰা নদীৰ বুকেদি গাড়ী বা নাওৰে গৈ থাকে, দেওঁ-ভুত, আৰু হিংসুক জন্তু বোৰেও বাট এৰি দিয়ে বুলি আমাৰ আইতাই (৺অগো প্ৰিয়া কলিতা) কোৱা কথাবোৰ মনত পৰিছে। "সংসাৰ মৰু ভূমিত গান সৰোবৰ" এই কথাষাৰৰ জ্বলন্ত প্ৰমাণ চহা লোকৰ গীতবোৰৰ পৰা অনুমান কৰিব পাৰি। মানুহৰ মনত যেতিয়া দুঃখ নাইবা আনন্দৰ হিল্লোল উঠে, তেতিয়াই সুৰৰ সৃষ্টি হয়। "বাৰমাহী আৰু বিলাপ গীতে" তাৰ উদাহৰণ। আঞ্চলিক ভাবে সংগৃহীত বাৰমাহী আৰু বিলাপ গীত ইয়াত যিমান দূৰ পৰা যায়, দিয়া হ'ল। তুলনামূলক আলোচনা আৰু বিষয় বস্তুৰ গুৰুত্ব চাই গীতবোৰৰ গৱেষণাৰ যথেষ্ট স্থল আছে। আমাৰ সংগৃহীত 'ফুলৰন্তী কন্যাৰ শান্তি বাৰমাহী

গীত," অধ্যাপক প্ৰমোদ ভট্টাচাৰ্য্যৰ "শান্তি বাৰমাহী" আৰু ৺হেমচন্দ্ৰ গোস্বামীৰ অসমীয়া সাহিত্যৰ চানেকিত প্ৰকাশিত কন্যা বাৰমাহী একে গীতৰে অঞ্চল আৰু সময় ভেদে বিভিন্ন ৰূপত উদ্ধাৰ কৰা হৈছে। ৺গোস্বামীদেৱৰে আন এটি "মধুমতী গীত"ৰ লগত অধ্যাপক ভট্টাচাৰ্য্যৰ সংগৃহীত "শান্তি বাৰমাহীৰ কিছু মিল দেখা যায়। * বাৰমাহী গীতত প্ৰেমিক-প্ৰেমিকাৰ অন্তৰৰ প্ৰণয় আৰু বিৰহৰ নিদৰ্শন ঋতু বা মাহ পৰিবৰ্ত্তনৰ লগত প্ৰাকৃতিক পৰিবেশত বৰ্ণিত হৈছে। "বাৰমাহী আৰু বিলাপ গীত"ত আদি আৰু কৰুণ ৰসৰ নিদৰ্শন সুন্দৰ ভাবে পোৱা যায়। অধ্যাপক ভট্টাচাৰ্য্যই আলোচনাত উল্লেখ কৰিছে –"ইউৰোপীয় আৰু ভাৰতীয় কবিৰ ঋতু মাহৰ বৰ্ণনাত পাৰ্থক্য থাকিলেও ঋতু মাহৰ প্ৰভাৱ কোনোৱে উপেক্ষা কৰিব পৰা নাই। ইউৰোপত আনন্দৰ মাহ মে'ই কবিৰ মনত ৰং ৰগৰৰ ৰহণ সানে। তেৰ শতিকাৰ ইটালীয় কবি ফলগ'ৰ ডাঃ ছান জেমিনিয়ানোৱে লিখা বাৰমাহৰ বৰ্ণনামূলক 'ছনেট'তো মে'ৰ বৰ্ণনা এনেদৰে দিয়া হৈছেঃ—

"কুমলীয়া গাভৰু সকল ডেকাৰ লগত মিলে,
যৌৱনে সিহঁতৰ গালে মুখে যাচে চুমা
প্ৰতিদিন পূৱ হয়
আনন্দ ভৰা প্ৰেম আৱাহনেৰে"

*ৰামধেনু ৭ম বছৰ ৫ম-৬ষ্ঠ সংখ্যাঃ—অধ্যাপক প্ৰমোদ ভট্টাচাৰ্য্যৰ "অসমীয়া লোকগীতঃ বাৰমাহী" নামৰ আলোচনাৰ পৰা। পৃঃ ৩৩৭



পাটনাৰ পৰা সংগৃহীত চৌমাসা গীতত আছে—

"স্বামী ঘৰত থকা তিৰোতা জনী
তাইৰ কপাল কিমান ভাল।
মই যে অভাগিনী মোৰ স্বামী
আঁতৰি আছে
বিৰহ অগনিয়ে মোক
অহৰহ পুৰি মাৰে।
মোৰ পতুমী হিয়াত জুই জ্বলিছে" .....

( ডবলিউ জি আৰ্চাৰৰ ভাঙণি )

এই গীতৰ লগত শান্তি বাৰমাহী গীতৰ বিৰহিনী গাভৰুৰ শাওণমহীয়া অৱস্থা তুলনা কৰিব পাৰি। মহাকাল পাহাৰত প্ৰচলিত লোকগীততো মাহে মাহে ওপজা মানসিক প্ৰতিক্ৰিয়া বিশেষ হৃদয় গ্ৰাহীঃ—

"আহা ব'হাগ। তোমাৰ গৰমে
মোক ঘামুৱাওক,
আৰু দেহৰ কামনা পূৰ্ণ হওক।
জেঠ মাহত মোৰ প্ৰিয়ালৈ
বাতৰি পঠাওঁ –
মই যে পিপাসিত – অতি পিপাসিত।

[ এলুইনৰ ভাঙণি ]

মুঠৰ ওপৰত বাৰমাহী গীতৰ নিদৰ্শন আৰু সামঞ্জস্য বিচাৰিলে প্ৰায় সকলো দেশৰ গীততে পোৱা যাব। প্ৰকৃতিৰ

বৰঙণি মাহ আৰু ঋতুৰে মানৱ মনত অনুভূতিৰ জোঁৱাৰ সকলো দেশতে তুলি আছে আৰু তুলি থাকিব ”

বাৰমাহী গীত বোৰত আমাৰ সচৰাচৰ ব্যৱহাৰ হোৱা “ঘকুৱা” আৰু “কথিত” শব্দও সোমাই আছে। তাৰ উপৰিও অসমীয়া যোজনা পটন্তৰ আদিও ব্যৱহৃত হৈছে। এইবোৰ পাণ্ডিত্য পূৰ্ণ আভাস আৰু ভাষা গবেষণাৰ প্ৰধান সমল হব !

বিলাপ গীত অসমীয়া লোক সাহিত্যৰ অন্যতম সম্পদ। বিলাপ গীতৰ সৃষ্টি হয় শোক, দুঃখ আৰু কোনো কাহিনীৰ কৰুণাত্মক ঘটনা নাইবা আখ্যান উপ'খ্যানক ভিত্তি কৰি। কৰুণ ৰসৰ গীত পদে মানুহৰ মন সহজে আকৰ্ষিত কৰে। গতিকে বিলাপ গীত আমাৰ দৈনন্দিন জীৱনৰ লগত সহজে খাপ খায়। বিলাপ গীতৰ ভাষা সহজ আৰু নিভাঁজ অসমীয়া শব্দৰে জন কবিয়ে সাধাৰণ মানুহৰ মনত খাপ খোৱাকৈ ৰচনা কৰিছে। বিলাপ গীতত কোনো কাহিনী, উপাখ্যান সম্পূৰ্ণ নেথাকিলেও তাত এটি গীতৰ মাজেদি চমু অথচ প্ৰাণস্পৰ্শী ঘটনা পোৱা যায়। ৰামায়ণ, মহাভাৰত মহাকাব্যৰ মাজতো কিছুমান বিলাপ গীত সোমাই আছে। সীতাৰ বিলাপ, দ্ৰৌপদীৰ বিলাপ, অভিমন্যুৰ বিলাপ গীতে তাৰ জ্বলন্ত উদাহৰণ। উষা পৰিণয় আৰু শ্ৰীকৃষ্ণৰ বিলাপ গীতো মানুহৰ মুখত শুনিবলৈ পোৱা যায়। শ্ৰীৰাধিকাৰ বিলাপ, হৰিণাপহুৰ বিলাপ আৰু গোপীসকলৰ বিলাপ গীতো জনকবিৰ আবেগৰ সুৰ। চহা গাৱঁলীয়া লোক সকলেও গাই আমোদ পায় এই বিলাপ গীতবোৰ।



ৰাসলীলাত গোৱা গোপী বিৰহ গীত বিলাপৰ আন এটি সুন্দৰ ছবি। ৰাস উৎসৱত এই গীতটি গাই গোপীসকলে শ্ৰীকৃষ্ণৰ গুণ বৰ্ণনা কৰিছিল। ভক্তি-তত্ত্বৰ বিলাপ গীতো কিছুমান পোৱা যায়। এইবোৰ স্বাভাৱিকতে দেহবিচাৰ আৰু টোকাৰী গীতৰ সৈতে ৰিজাব পাৰি। শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বৰগীতৰ মাজতো অনেক বিলাপ গীত আছে। শ্ৰীকৃষ্ণ, যশোদা দৈৱকী, গোপী আৰু কুৰুক্ষেত্ৰৰ মহাৰণৰ কিছুমান দৃশ্যই গীতবোৰৰ কাহিনীৰ মূল উপদান। অসমীয়া অজ্ঞাত কবিৰ অষ্টদশ শতিকাৰ প্ৰণয় কাব্য * “মধুমালতী”তো বাৰমাহী আৰু বিলাপ গীতৰ নিচিনা বিৰহ-বিলাপৰ ধ্বনি শুনিবলৈ পোৱা গৈছে—

“যি নাৰীৰ স্বামী নাই যুৱা কালে।
ধিক তাইৰ যৌৱন বয়স গৈল হেলে।”

অৱশ্যে মঞ্চনৰ মধুমালতী কাব্যৰ লগত অসমীয়া মধুমালতী কাব্যৰ এই খিনিত প্ৰভেদ যে- অসমীয়া কাব্যত বাৰমাহী বৰ্ণনা নাই; মুছলমান কবি মালিক মঞ্চনৰ কাব্যত বাৰমাহী বৰ্ণনা সুন্দৰ ভাবে বৰ্ণনা কৰিছে। মুঠৰ ওপৰত মৃগাৱতী, চন্দ্ৰাৱলী, মধুমালতী কাব্যৰ ঘটনাৱলী একে ধৰণৰ যদিও আটাইতে বিৰহ আৰু বিলাপৰ ছবি স্পষ্ট ভাবে বৰ্ণিত হৈছে।

---

* শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা আৰু শ্ৰীসত্যেন্দ্ৰ শৰ্মা সম্পাদিত অসমীয়া মধুমালতী কাব্যৰ পাতনিত চাওঁক।

অধ্যাপক শ্ৰীশ্ৰীকান্ত কলিতাই লিখিছে "মহাপুৰুষ শঙ্কৰ দেৱ আৰু মাধৱদেৱৰ আগৰে পৰা চলি অহা এই বিলাপ সঙ্গীতৰ সোঁত প্ৰাচীন অসমীয়া সাহিত্যত অষ্টাদশ শতাব্দীলৈ আমি ধৰিব পাৰো। পশ্চিমীয়া সাহিত্যৰ লোকগীতি ( Elegy ) সাধাৰণতে এজন প্ৰখ্যাত বা মহৎ লোকৰ মৃত্যুৰ পিছত কোনো কবিৰ দ্বাৰা ৰচিত হোৱা দেখা যায়। গ্ৰীছ-ইটালী আদিত ইয়াৰ প্ৰথম জনম হলেও ইংৰাজ কবি মিল্টন, শ্যেলী আদিয়েও লোক গীত নামৰ কবিতা ৰচনা কৰিছে। মৃতক জনৰ গুণাগুণ কৰি কিছুমান অতিপ্ৰাকৃত ঘটনা আৰু বিষয় বস্তুৰে কবিত ৰ সৌন্দৰ্য্য বৰ্দ্ধিত কৰা হয়। কিন্তু অসমীয়া বিলাপ সঙ্গীত তেনে পদ্ধতিত ৰচিত হোৱা নাই। কোনো প্ৰাচীন মহাকাব্য পুৰাণ নাইবা আখ্যানৰ বিশেষ শোকপূৰ্ণ অংশ এটি, তাৰে জড়িত থকা নায়ক বা নায়িকাৰ জীৱনৰ মাজেদি প্ৰকাশ কৰাই অসমীয়া বিলাপ সঙ্গীতৰ উদ্দেশ্য। কোনো এজনা নৰ বা নাৰীৰ সমগ্ৰ জীৱন ইতিহাস সেই বিলাপ গীতত আমি নাপাওঁ। তথাপি গীতৰ মাজেদি আগৰ কথা বহুতো উন্মুকিওৱা হয়। তাৰোপৰি গীতৰ মাজেদি বেছিকৈ জানিবলৈ দৰ্কাৰো নহয়। কাৰণ বিশেষ জনপ্ৰিয় আখ্যান এটিৰ যোগেদিহে বিলাপ সঙ্গীত ৰচিত হয়*।"

এতিয়া আমি বহি থাকিবৰ সময় নাই। ডঃ বাণীকান্ত কাকতিৰ দৰে "মানুহৰ মস্তিষ্কৰ ক্ৰিয়া নিয়ন্ত্ৰণৰ কৌশল শিকাত-

* ৰামধেনু একাদশ বছৰ ১০ম সংখ্যাৰ শ্ৰীশ্ৰীকান্ত কলিতাৰ "প্ৰাচীন অসমীয়া বিলাপ সঙ্গীত" আলোচনাৰ পৰা উদ্ধৃত।



কৈ মানুহৰ মগজুৰে গঢ়া ধোঁৱা চাঙত পৰি থকা পুৰণি পুথি পাঁজি উদ্ধাৰ কৰি আনি নতুনৰ বোল সানি অসমীয়া ভাষা আৰু সাহিত্যক মহীয়ান ৰূপত মানুহৰ চকুৰ আগত দাঙি ধৰাৰ ওপৰতহে সৰ্ব্বশক্তি নিয়োগ কৰাৰ আমাৰ পাল পৰিছে"। তেতিয়াহে আমাৰ দেশৰ ভাষা সাহিত্য চহকী হব আৰু আন আন ভাষাৰ লগত তুলনামূলক আলোচনা আৰু গবেষণাৰ দ্বাৰা বিশ্বসাহিত্যৰ দৰবাৰত শীৰ্ষস্থান অধিকাৰ কৰিব পাৰিব। "বাৰমাহী আৰু বিলাপ গীত" অসমীয়া লোকসাহিত্যৰ এটি আপুৰুগীয়া সম্পত্তি। তাকে সম্পাদনা কৰি অসমীয়া পুৰণি গীতি সাহিত্যৰ গবেষণা আৰু অধ্যয়নৰ বাট মুকলি কৰি দিয়া হ'ল।

## কৃতজ্ঞতা আৰু সোঁৱৰণি

১৯৫৪ ইং চনৰ পৰাই মই লোকগীত, সাধুকথা, নিচুকনি, ফকৰা-যোজনা, সাঁথৰ আৰু বিভিন্ন ধৰণৰ পুৰণি পুথি পাঁজি এপদ দুপদ কৈ সংগ্ৰহ কৰিবলৈ আৰম্ভ কৰোঁ। ১৯৫৬ ইং চনত এই বিষয়ে মই "নতুন অসমীয়া" আৰু 'শান্তিদূত" দৈনিক কাকততো জাননী দিছিলো কিন্তু কোনো লোকৰ পৰা সহানুভূতি নেপাই হতাশ হৈ পৰিছিলোঁ; তথাপিতো মনোবল কমা নাছিল। একমাত্ৰ ক্ষেত্ৰীৰ শ্ৰদ্ধেয় শ্ৰীপদ্মকান্ত ডেকাৰ উৎসাহ আৰু পৰামৰ্শ মতে দুগুণ উৎসাহেৰে সংগ্ৰহ কাৰ্য্য নিজে কৰিবলৈ

ধৰিলো। এই কেই বছৰৰ ভিতৰতে অসমৰ বিভিন্ন অঞ্চলত ভ্ৰমণ কৰোঁতে য'তে যি দুই এটা কৈ গীত পদ আৰু ফকৰা যোজনা আদি মানুহৰ মুখত শুনিছিলোঁ তাকে টোকা কৰি থৈছিলোঁ। উত্তৰ লক্ষীমপুৰৰ পৰা গোৱালপাৰা জিলালৈ গোটেই কেইখন জিলাতে মই ভ্ৰমণ কৰিবলৈ কেইবাটাও সুবিধা পাইছিলোঁ -গতিকে বিভিন্ন ঠাইৰ আঞ্চলিক ভিত্তিত গীত পদ সংগ্ৰহ কৰাত মোৰ সুবিধাও হৈছিল। সংগ্ৰহ কৰোঁতে কৰোঁতে কেইবাটাও লোকগীতৰ খণ্ড হ'ল। "ফকৰা আৰু যোজনা" নামৰ ডাঙৰ খণ্ড এটা গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সাহিত্য গবেষণা বিভাগক সামান্য পাৰিশ্ৰমিক লৈ প্ৰকাশ কৰিবলৈ দিওঁ। বাকী কেইটা খণ্ডৰো কেইটামান খণ্ড বৰ্ত্তমান বিশ্ববিদ্যালয়ক দিয়া হৈছে। "বাৰমাহী আৰু বিলাপ গীত" ইয়াৰে আন এটা খণ্ড। ইয়াকে প্ৰকাশ কৰিবলৈ অসম চৰকাৰৰ প্ৰকাশন বোৰ্ড, সাহিত্য একাডমী আদিলৈ মই ঋণৰ কাৰণে লিখা-লিখি কৰিছিলোঁ। কোনো ফালৰ পৰা সহায় নিমিলিল। অৱশেষত হঠাৎ এদিন— ডঃ প্ৰফুল্লদত্ত গোস্বামীক "বাৰমাহী আৰু বিলাপ গীত"ৰ হাতে লিখা নকলটো দেখুৱাত আগ্ৰহেৰে তেখেতে বহুমূলীয়া সময়ৰ মাজেদি পাতনিখন লিখি দিয়ে আৰু নিজে দয়াকৰি প্ৰকাশক, নিউ বুক ষ্টলৰ মালিক শ্ৰীৰত্ন দত্তক কিতাপখন প্ৰকাশ কৰিবলৈ চমজাই দিয়ে। এই কাৰণে ডঃ গোস্বামী দেৱলৈ মই মোৰ অন্তৰৰ শ্ৰদ্ধাঞ্জলি আগ বঢ়ালোঁ। দ্বিতীয়তে প্ৰকাশক শ্ৰীৰত্ন



দত্ত আৰু আধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই দিহা-পৰামৰ্শ আদি দিয়াৰ বাবে কেতিয়াও পাহৰিব নোৱাৰো। দুয়োজনাকে মোৰ কৃতজ্ঞতা জনালোঁ। মৰমৰ শ্ৰীমীৰা মজুমদাৰে প্ৰেছলৈ পঠোৱা নকলটো ভাল আখৰেৰে লিখি দিয়া বাবে ধন্যবাদ জনালো। অৱশেষত যি সকলে মোক গীত পদ দি সহায় কৰিছে আৰু যি সকল লোকৰ মূল গ্ৰন্থৰ পৰা গীত পদ আৰু সহায় লৈছো তেখেত সকললৈকো মোৰ অন্তৰৰ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ। আজিলৈকে আটাইৰে পৰা ক্ষমা ভিক্ষা মাগিলোঁ।

—জয়-হিন্দ—

শ্ৰদ্ধাৰে—

"শিশু-দিৱস"
অৰৰা, নলবাৰী

শ্ৰীফণীন্দ্ৰনাথ কলিতা

১৪।১১।৫৯ ইং

# পাতনি

শ্ৰীমান ফণীন্দ্ৰনাথ কলিতাৰ "বাৰমাহী আৰু বিলাপ গীত"ৰ সংগ্ৰহে অসমীয়া জন-সাহিত্যৰ এক উল্লেখযোগ্য অভাৱ পূৰ কৰিলে। বাৰমাহী গীত চুটিনে তিনিটিহে ছপা হৈছিল, বিলাপ গীত নাই হোৱা বুলিলেই হয়। দ্বিতীয়তে, গীত বিলাক সংগ্ৰহ কৰা হৈছে কামৰূপ জিলাৰ বিশেষ এক অঞ্চলৰ পৰা, অৱশ্যে দুই এটি গীত আন ঠাইৰো আছে। এইদৰে আঞ্চলিক ভাৱে কৰা সংগ্ৰহৰ বৈজ্ঞানিক সাৰ্থকতা সৰহ।

বাৰমাহী গীত উত্তৰ-পূৱ ভাৰতৰ জন-সাহিত্যৰ এক বৈশিষ্ট-পূৰ্ণ সম্পদ। হিন্দী সাহিত্যত পুৰণি প্ৰেমমাৰ্গী কবি মহম্মদ জায়সীয়ে তেওঁৰ "পদ্মাৱত" কাব্যত নাগমতীৰ বিৰহ বৰ্ণনা কৰোঁতে বাৰমাহীৰ ৰীতি প্ৰয়োগ কৰিছে। এই বাৰমাহী আহাৰ মাহত আৰম্ভ হৈ জেঠত শেষ হৈছে। হিন্দী বাৰমাহী সচৰাচৰ আহাৰ মাহতে আৰম্ভ হয়। জায়সীৰ পিছত কেইবা-জনো ভোজপুৰী সন্ত কবিয়ে এই ৰীতি অৱলম্বন কৰিছে। এই আটাইবিলাকত আছে বিৰহিনীৰ দুখ বৰ্ণনা। মৈথিলী জন-সাহিত্যতো বাৰমাহীৰ সংখ্যা তাকৰ নহয়। এই গীতবিলাক প্ৰায়ে বৰ্ষা ঋতুত গোৱা হয়। বিহাৰত "ছৌমাসা" বুলিও এক শ্ৰেণীৰ গীত পোৱা যায়; এই বিলাকত বাৰিষাৰ ছমাহৰ

বৰ্ণনা আৰু পুৰুষবিহীন জীৱনৰ ব্যৰ্থতাৰ আভাষ। প্ৰবাসলৈ যাবলৈ ওলোৱা স্বামীক ৰখাবলৈ কাকূতি নাইবা প্ৰবাসী পতিৰ বিৰহ সখীৰ আগত বৰ্ণনা এনে ধৰণৰ ভাব হিন্দী বাৰমাহীৰ মূল বস্তু।

বঙালী ভাষাতো বাৰমাহী গীতৰ সংখ্যা যথেষ্ট। হিন্দীত থকা দৰে ইয়াৰো সাহিত্যিক পৰম্পৰা আছে। বিজয় গুপ্তৰ "মনসা মঙ্গলত" বেহুলাৰ বাৰমাহীৰ বৰ্ণনা আছে। ইয়াতো বিৰহৰ প্ৰকাশ। বঙালী বাৰমাহীত প্ৰায়ে মাইকী মানুহে পালন কৰা ব্ৰত বা স্ত্ৰী আচাৰৰ উল্লেখ থাকে। মূলত সন্তৰ জন-সাহিত্যৰ সমল সাহিত্যিকৰ হাতত পৰি বাৰমাহীৰ "সাহিত্যিক-ৰীতি" এটিৰো সৃষ্টি হ'ল। এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে বিহাৰৰ জনজাতীয় সকলৰ মাজতো এই ধৰণৰ ঋতুত বৰ্ণনাৰ আভাষ থকা গীত অলপ অচৰপ ওলায়। বঙালী পুৰণি পুথিত ছয়মাহী আৰু আঠমাহীও পোৱা যায়। গীত বিলাকত কেতিয়াবা প্ৰকৃতিৰ পৰিবৰ্ত্তনৰ পটভূমিত নায়িকাৰ মনৰ বিশ্লেষণ কৰিছে, কেতিয়াবা মনৰ বিশ্লেষণতকৈ প্ৰকৃতিৰ বৰ্ণনাই আগ ঠাই পাইছে।

বঙালী বাৰমাহীৰ দৰে অসমীয়া বাৰমাহীও আঘোণ মাহৰ পৰা আৰম্ভ কৰা হয়। "অসমীয়া জন-সাহিত্য" কিতাপত (দ্বিতীয় সংস্কৰণত) মই পশ্চিম বঙ্গত পোৱা "দাসিনী-চৰিত্ৰ" আৰু ৺হেমচন্দ্ৰ গোস্বামীয়ে প্ৰকাশ কৰা "কন্যা বাৰমাহী" তুলনা কৰি দেখুৱাইছোঁ। দুয়োটি গীতৰ মাজত আখ্যান আৰু ঠাচৰো সাদৃশ্য লক্ষ্য কৰিব পাৰি। অৱশ্যে বঙালী গীতটি পূৰ্ণাঙ্গৰ।



সাহিত্যিক ৰীতি এটি প্ৰচলিত হলে তাৰ বিকাৰ অৰ্থাৎ লৰচৰো দেখিবলৈ পোৱা যায়। বাৰমাহী সন্তৰ গুৰিতে নিসৰ্গ-বৰ্ণনাৰ পটভূমিত বৰ্ণনা কৰা বিৰহিনী নাৰীৰ মানসিক যাতনা প্ৰকাশ কৰিবৰ এক বাহন আছিল। পিছত এই ৰীতিৰ আমলত সীতা বাৰমাহী. ৰাম বাৰমাহী আদিও ৰচিত হবলৈ ধৰিলে। শ্ৰীমান কলিতাই সংগ্ৰহ কৰা ৰাম বাৰমাহীৰ বিৰহৰ আভাষতকৈ ৰামায়ণৰ সংক্ষিপ্ত সংস্কৰণ এটিয়েহে প্ৰাধান্য লাভ কৰিছে। আনহাতে কেতবোৰ বাৰমাহীত যেনেকৈ নদীৰ ঘাটত নাও বান্ধি সাউদে মাহৰ পিছত মাহকৈ কন্যাক প্ৰেম যাচি যায়, সেই দৰে বণিজ কোঁৱৰৰ গীতত প্ৰেম যচা কথা আছে, কিন্তু মাহৰ বা ঋতুৰ বৰ্ণনা নাই। আনহাতে এই প্ৰেম যাচিছে কন্যাই. সাউদে নহয়।

৺হেমচন্দ্ৰ গোস্বামীৰ সংগৃহীত কন্যা বাৰমাহী গীত আৰু কলিতাৰ সংগৃহীত জয়ধন বণিয়াৰ বাৰমাহী গীতৰ মাজত যথেষ্ট সাদৃশ্য আছে। দুয়োটা একে গীতৰ ভিন্ন ৰূপ বুলি ধৰিব লাগে। এনে 'ভিন্ন ৰূপৰ' পৰা একেটা গীত ঠাই আৰু সংগ্ৰহৰ সময়লৈ কিমান দূৰ পৰিবৰ্ত্তিত হয় নিৰীক্ষণ কৰিব পাৰি। উদাহৰণ স্বৰূপে ভাষা আৰু আখ্যানৰ পাৰ্থক্যঃ—

"শিশু কালত বিয়া কৰিছোঁ মাণিক সদাগৰ।
নানান আড়ম্বৰে আসিছিলোঁ তোমাৰ নগৰ॥
ব্ৰাহ্মণ সজ্জনক তুমি অনা গৈ মাতিয়া।
পহিলা আহিন মাসত কৰাইছোঁ বিয়া॥

ভয় নাই কিনো কন্যা ডৰো নাই মোৰে ।
বাম হাতে চুলিত ধৰি লৈয়া যাব ঘৰে ॥”
—কলিতা

শিশু কালত বিয়া কৰাইছোঁ মাণিক সদাগৰ ।
নানান আড়ম্বৰে আসিছিলেঁ তোমাৰ ঘৰ ॥
ব্রাহ্মণ সজ্জনক আনি জিজ্ঞাস কৰি চাৱা ।
প্রথম কাতি মাসে আমাক দিছা বিয়া ॥
প্রদীপ লগাই কন্যা ঘাটৰ কূলে যায় ।
স্বামী স্বামী বুলি কন্যা চৰণ ধুৱায় ॥
চৰণ ধুৱাই কন্যা মাগি লৈয়া বৰ ।
স্বামীক বেঢ়িয়া নিলা মন্দিৰ ভিতৰ ॥
—গোস্বামী

কলিতাৰ সংগৃহীত গীতত স্বামীক ঘৰৰ ভিতৰলৈ লৈ যোৱা কথাখিনি নাই ।

এই গীতবিলাকত ছন্দৰ শৃঙ্খলা সকলো সময়ত নাথাকিলেও তাৰ বৈচিত্র্যৰ অভাৱ বোধ কৰা নাযায় । তাৰা পটেশ্বৰী কন্যাৰ বাৰমাহীত কল্পনা কৰিব লাগে বুলিয়ে তাৰাক প্রেম যাঁচিছে, তাৰাই মোৰ বয়স একেহে হৈছে, তুইহে হৈছে, এইদৰে বাৰ পূৰ গোহোৰালৈ বাগি দি আছে । তাৰাৰ সমিধানবোৰত যেন নৃত্যৰ স্পন্দন ঃ—

“যি ভৈলা বালি বছৰে এক ।
বালিৰ কপালত সিন্দুৰৰ চেক ॥



সিন্দুৰৰ চেক নহে কাজালৰ ৰেখা ।
আহাকুৱা মেঘৰ তলে চন্দ্রে দিলে দেখা ॥
বালি দয়া কৰ ক্ষমাদি ধৰ ।
মই নাৰীৰ যে হৱা নাই বছৰ ভৰ ॥”

“আহাকুৱা মেঘৰ তলে চন্দ্রে দিলে দেখা”—চিত্রটিও স্পষ্ট অথচ বিতোপন । বাৰমাহীৰ নিসর্গ-বর্ণনা চমু যদিও সি প্রায়ে প্রত্যেকটো ঋতুৰ আটাইতকৈ উল্লেখযোগ্য দৃশ্য বর্ণনা কৰে, কিছুমান ক্ষেত্রত সেই ঋতুত পালন কৰা পূজা পাতলৰ উল্লেখো থাকে । যেনে—

“ভাদৰ মাহতে শান্তি ভৈলা বৰ খৰ ।
নদী শুকাল নালা শুকাল পৰিল বালিৰ চৰ ॥
কাইমে ৰাৰে কোৰাই ৰাৰে, ৰাৰে ৰাজহাঁহ ।
হাসিতে খেলিতে গৈল বাৰিষা ছয় মাহ ॥
আহিনৰ মাহতে শান্তি দেৱী পূজা খায় ।
হাঁহ পৰে, ছাগল পৰে, পাৰৰ লেখ নাই ॥
হাঁহ পৰে ছাগল পৰে পাৰৱা জাকে জাক ।
যৈতে আছা সাউদৰ কোঁৱৰ তৈতে ভালে থাক ॥”
—“ফুলৱন্তী কন্যাৰ শান্তি বাৰমাহী”

এই গীতবিলাকত আধুনিক কবিতাত পোৱা বিৰহৰ তীব্রতা লক্ষ্য নকৰিলেও, অল্পভাষী আৰু সৰহকৈ নিজৰ কথা প্রকাশ কৰিব নজনা গাৱঁলীয়া নৰ-নাৰীৰ ( বিশেষকৈ নাৰীৰ ) প্রাণৰ ভাৱ যে ফুটি ওলাইছে তাত সন্দেহৰ থল নাই । মোৰ সৰু

কালিৰ ঘটনা এটি মনত পৰে। মোক মৰম কৰা চুবুৰীয়া তিৰোতা এজনীক কথা প্ৰসঙ্গত কলোঁ "বৌ, মই আৰু নাহো, চহৰতে থাকিম।" তিৰোতা গৰাকীয়ে চমুকৈ উত্তৰ দিছিল. "বুক পুৰিব।" চহৰীয়া ভাষা আৰু ঠাচত সিক্ত হৈ থকা মোৰ মনে সেই দুটি শব্দৰ ব্যঞ্জনা বা গভীৰতা তেতিয়া বুজিব পৰা নাছিল। গাৱঁলীয়া লোকৰ ভাষা এই ধৰণৰ হয়। বাৰমাহী গীতত যি এটি কাৰুণ্যৰ ভাব বিৰিঙিছে সি বেচি তীব্ৰ ভাৱে ফুটি ওলাইছে বিলাপ গীতবিলাকত।

বিলাপ গীতৰ এটি সাহিত্যিক পৰম্পৰা অসমীয়া ভাষাত নথকা নহয়। অঙ্কীয়া নাট আৰু মাধৱ কন্দলীৰ ৰামায়ণত বিলাপৰ গীতৰ চানেকি পায়। ৰামায়ণত কৌশল্যা আৰু তাৰাৰ যি বিলাপৰ বৰ্ণনা আছে সি অনাখৰী চহা অন্তৰত নিশ্চয় আলোড়ন তোলে। অলপ কল্পনাৰ বোল দি আৰু 'ঘৰচীয়া কৰি লৈ এই শাস্ত্ৰীয় বিষয়-বস্তুবোৰকেই জনকবিয়ে নিজৰ কৰি লৈছে। গোপীসকলৰ বিৰহৰ কাব্যিক বৰ্ণনায়ো ভাৰতৰ সকলো জনকবিকে প্ৰেৰণা যোগাইছে। কলিতাৰ সংগৃহীত বিলাপ গীত-বোৰত শাস্ত্ৰীয় বিষয়-বস্তুৰে লৌকিক বিকাৰ লক্ষ্য কৰা গৈছে। কাব্যিক গুণত এই বিলাক হয়তো বাৰমাহী গীতৰ সমপৰ্য্যায়ৰ নহয়। দুই এটি গীতত বাৰমাহী গীতৰ ঠাচ লক্ষ্য কৰিব পাৰি :-

"চৈতে চতুৰা পখী কান্দে পিয়া পিয়া।
বিধাতাই বঞ্চিত কৰে হাতে নিধি দিয়া॥"

—গোপী-বিৰহ।



এই সংগ্ৰহৰ আটাইতকৈ মৌলিক আৰু আকৰ্ষণীয় বিলাপ হৈছে বিৰহিণী বোৱাৰীৰ বিলাপ। এইটোত পতিহাৰা পত্নীয়ে শাহুয়েকক সম্বোধন কৰি নিজৰ দুৰ্ভাগ্য বৰ্ণনা কৰিছে।

"ও মোৰ শাহু আই, শূন্য ঘৰ হৈলা মোৰ এ।
নবীন বয়সে স্বামী এৰি গৈলা।"

নাৰী হৃদয়ৰ এক বিশেষ অভিজ্ঞতাৰ প্ৰকাশ বুলি গীতটিৰ সাৰ্থকতা সৰহ।

শ্ৰীৰাধিকাৰ নিগূঢ় বিলাপৰ গীত অসমীয়া জনগীতৰ ক্ষেত্ৰত নিশ্চয় এক সম্পদ। শব্দৰ দ্ব্যৰ্থক প্ৰয়োগ আৰু গণিতিক প্ৰহেলিকা সৃষ্টি কৰা কাৰণে ই পণ্ডিতী ৰচনা; ৰাধাই নিশ্চয় ইমান ব্যাকৰণ আৰু গণিত নাজানিছিল। সম্ভৱ ইয়াক কোনো ভকতে সৃষ্টি কৰিলে আৰু পিছত গীতটি মৌখিক সাহিত্যৰ সম্পদ হৈ পৰিল। গীতটিৰ ৰহস্য ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলোঁ :—

প্ৰথম কলি :—

মুনি – ৭   ৭ × ৩ + ৪ = ২৫
বেদ—৪   ২৫ – ৫ = ১০ = বিশ = বিষ, অৰ্থাৎ ৰাধিকাই
বাণ—৫   এতিয়া বিষ খাই মৰিব।

দ্বিতীয় কলি :—

সুৰ অৰি - ৰাৱণ
ৰাৱণৰ ৰিপু—ৰাম
ৰামৰ মিতা সুগ্ৰীৱ

সুগ্ৰীৱৰ সেৱক- হনুমান

হনুমানৰ পিতা—বায়ু

বায়ুৰ বাহণ—হৰিণ

মন্যু—অসন্তোষ, অৰ্থাৎ হৰিণক দেখি ৰাধিকাৰ মনত অসন্তোষ জাগে।

হৰিণ—ন = হৰি

হৰিৰ পুত্ৰ—কামদেৱ, অৰ্থাৎ কামে ৰাধিকাৰ তনু দহে।

তৃতীয় কলি :—

বাণ—৫ ৫—৪ = ১, অৰ্থাৎ কৃষ্ণ। এওঁৰ কাৰণে প্ৰাণ তেজিব।

বেদ—৪

বাণ—৫ ৫ + ৮ = ১৩, ১৩—১৩ = ০ অৰ্থাৎ ৰাধিকাৰ

বসু—৮ কপালত শূন্যহে আছে।

চতুৰ্থ কলি :—

ৰাম—৩ ৩ × ৭ = ২১, ২১—১ = ২০, অৰ্থাৎ বিষ

সাগৰ—৭ খাই প্ৰাণ তেজিব।

নিশাপতি—১

শ্ৰীমান কলিতাৰ সংগ্ৰহৰ টোপনীৰ গীত, যশোদাৰ বিলাপৰ গীত, শ্ৰীকৃষ্ণৰ বিলাপৰ গীত আদি নিচুকনিৰ পৰ্য্যায়ৰ। পগলা-পাগলীৰ গীত উজনি অঞ্চলৰ সৃষ্টি, ইয়াক হুঁচৰিত গোৱা হয়। গীতটি বাগৰি বাগৰি ক্ষেত্ৰী অঞ্চল পাইছেহি। ঠিক এইটোৱে নিচিনা আন এটি গীত "কয়ামূৰীৰ গীত" কামৰূপীয়া সৃষ্টি।



দুয়োটা গীত অৱশ্যে আখ্যান আৰু আঙ্গিকৰ ফালৰ পৰা ওচৰ সম্বন্ধীয়। এইদৰে নৰ-নাৰীৰ কথা কটাকটি থকা, প্ৰতি-দ্বন্দিতা থকা, বিশেষ আঙ্গিকেৰে সৃষ্টি হোৱা গীতৰ চানেকি ইউৰোপৰ পৰা ইণ্ডোনেচিয়ালৈ পোৱা গৈছে। অৰ্থাৎ এনে গীতৰ আঙ্গিক আন্তৰ্জাতিক জন-সাহিত্যৰ সমল।

অৱশেষত এটা কথা উল্লেখ নকৰি নোৱাৰি যে এই লৌকিক ৰচনা বিলাক "গীত" বুলি আখ্যাত যদিও, যি বিলাকত একোটি আখ্যান সুস্পষ্ট নাইবা য'ত কাহিনী সুলভ বৰ্ণনা লক্ষ্য কৰিব পাৰি, সেই বিলাক মালিতা বা বেলাড পৰ্য্যায়ত পৰে।

অধ্যাপক

গুৱাহাটী বিশ্ববিদ্যালয় শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী।

চেনিকুঠি, গুৱাহাটী

৮।৮।৫৯ ইং

# বাৰমাহী আৰু বিলাপ গীত



## ফুলৰন্তী কন্যাৰ শান্তি বাৰমাহী গীত ।



( ক )

আঘোণৰ মাহতে শান্তি দুতিয়াৰে জোন ।
চৈধ্য বছৰত শান্তিৰ ভৈলন্ত যৌৱন ॥
ওঠৰ বছৰে শান্তিৰ ৱয়সে দিলা ভাঠি ।
বুঢ়া ভৈলা বাথা ভৈলা হাতে লৈলা লাঠি ॥

( ২ )

পুহৰ মাহতে শান্তি আতি ৰবি কুঁৱা ।
প্ৰাণনাথে জীউনাথে খেলে পাশা জুৱা ॥
পাশা খেলে জুৱা পাশাই নেদে ঢাল ।
কৈক এৰি গৈলা প্ৰভু বিনন্দ গোপাল ॥

( ৩ )

মাঘৰ মাহতে শান্তি ধৰমৰ তিথি ।
চিলানক গৈলা শান্তি ভগিনী সহিতি ॥
আগহাতে জল-ফুল আগৰু চন্দন ।
জলত নামিয়া শান্তি কৰিলা চিলান ॥

( ৪ )

ফাগুণৰ মাহতে শান্তি দেউল যাতৰা ।
দেউলৰ ওপৰে আছে মঠ যে মগৰা ॥
মঠ নোহে মগৰ নোহে জগতৰে হৰি ।
আলানি-বিলানি কান্দে ধৰণীতে পৰি ॥

( ৫ )

চৈত্ৰৰ মাহতে শান্তি পকে সৰে বেল ।
সেই বেললৈ সাউদ বণিজকে গেল ॥
বণিজকে যায় সাউদে কিবা পালা নিধি ।
ডাক ডালিম আছে খাইতে নেদে বিধি ॥

( ৬ )

বৈহাগৰ মাহতে শান্তি দেৱতাৰ গৰ্জ্জনি ।
দেৱতাৰ গৰ্জ্জনি শুনি মাছে দেই উজানি ॥
সিও মাছে উজান দেই বছৰে একবাৰ ।
আমি অভাগিনী নাৰী সেই পটন্তৰ ॥



( ৭ )

জেঠৰ মাহতে শান্তি জেঠুৱা বৰি খৰ ।
বনৰ হৰিণা পহু সিও চাপে ঘৰ ॥
যাকে দেখো আপোন আপোন সিও হৱে পৰ ।
বিবুদ্ধিয়া সাউদৰ কোঁৱৰ ফিৰি নাহে ঘৰ ॥

( ৮ )

আষাঢ়ৰ মাহতে শান্তি আগতীয়া বান ।
খেনে উটে খেনে বুৰে পুষ্পৰ পালঙ্ক খান ॥
পুষ্পৰ পালঙ্গত শান্তিৰ নাহিলা ঘুমটি ।
এতদিনে সাউদৰ কোঁৱৰ নাহিলা উভতি ॥

( ৯ )

শাওণৰ মাহতে শান্তি ৰোৱানৰ দিন ।
যিটো নাৰীৰ পুৰুষ নাই সকলোতকৈ হীন ॥
আকাশত চন্দ্ৰ নাই নিজিলিকে তৰা ।
যিটো নাৰীৰ পুৰুষ নাই জীয়ন্ততে মৰা ॥

( ১০ )

ভাদৰ মাহতে শান্তি ভৈলা বৰ খৰ ।
নদী শুকাল, নালা শুকাল পৰিল বালিৰ চৰ ॥
কাইমে ৰাৱে কোৰাই ৰাৱে, ৰাৱে ৰাজহাঁহ ।
হাসিতে খেলিতে গৈল বাৰিষা ছয় মাহ ॥

( ১১ )

আহিনৰ মাহতে শান্তি দেৱী পূজা খায় ।
হাঁহ পৰে ছাগল পৰে পাৰৰ লেখ নাই ॥
হাঁহ পৰে ছাগল পৰে পাৰৱা জাকে জাক ।
যৈতে আছা সাউদৰ কোঁৱৰ তৈতে ভালে থাক ।

( ১২ )

কাতিৰ মাহতে শান্তি কাটিয়ান ধানৰ থোব ।
বাৰ মাহৰ তেৰ গীত গাইত্তে নাপায় ওৰ ॥
বাৰ মাহৰ তেৰ গীত লওঁৱে গণিয়া ।
ইটো গীত গাইছে কোন ফুলৱন্তী কন্যা ॥

( ১৩ )

ফুলৱন্তী কন্যা নোহে জগতৰে আই ।
যিবা গাৱে যিবা শুনে দুৰ্গতি খণ্ডাই ॥
হাতে বাৱে ঢাক ঢোল মুখে বাৱে বাঁহী ।
এই গীতৰ নাম থৈছে শান্তি বাৰমাহী ॥

---

# সীতা বাৰমাহী গীত ।

নং—১

দিহা— কান্দে মোৰ জানকী সীতা ।

পদ— বহাগৰ মাহতে বাপু অশোকৰে তলে ।
মই নাৰী নিদ্ৰা গৈলো উৰতৰ শিতানে ॥
জেঠৰ মাহতে বাপু ৰাৱণে নেই হৰিয়া ।
ইন্দ্ৰে দিলা মুক্তাৰ মালা ব্ৰহ্মাক লাগিয়া ॥
আহাৰৰ মাহতে বাপু পকি পৰে আম ।
সিটো বেলা থাকো মই ঋষিৰ আশ্ৰম ॥
শাওঁনৰ মাহতে বাপু ৰাইজে দেই গছা ।
মই অভাগিনী সীতাৰ কপালৰে দশা ॥
ভাদৰে মাহতে বাপু পালেঙত নাই ফুল ।
ইটো কথা জানে মোৰ দয়াৰে শহুৰ ॥
আহিনৰ মাহতে বাপু ঋতু স্নান পাই ।
ইটো কথা জানে মোৰ দয়াৰ শাহু আই ॥
কাতিৰে মাহতে বাপু আছোঁ আগ বাৰি ।
দুষ্ট ৰাক্ষসক মাৰি আনিব উদ্ধাৰি ॥
আঘোনৰ মাহতে বাপু শালিৰে বতৰ ।
দূৰৰ পৰা ৰামচন্দ্ৰক কৰিছো কাতৰ ॥
পুহৰ মাহতে বাপু অতি বৰ শীত ।
মই অভাগিনী সীতাৰ নাই থান থিত ॥

মাঘৰ মাহতে বাপু ধৰমৰ থিতি ।
বনবাসে দিলা মোক গৰভে সহিত ॥
ফাগুনৰ মাহতে বাপু পছোৱা মেলে বাৱ ।
মই সীতা অভাগিনীৰ নাই বাপ মাৱ ॥
চৈত্ৰৰ মাহতে বাপু চৈতালী গাৱে ।
ইটো কথা জানে মোৰ দয়াৰে লক্ষ্মণ ॥
হাতে বাৱে ঢাক-ঢোল মুখে বাৱে বাঁহী ।
ইটো গীতৰ নাম থৈছে সীতা বাৰমাহী ॥

———

## সীতা বাৰমাহী গীত ( কামৰূপ )

নং—২

দিহা— ওঁহে প্ৰভু দয়াময় সংসাৰ সাগৰ ।
ৰাক্ষস কুলক প্ৰভু কৰিলা উদ্ধাৰ ॥

( ১ )

পদ— বহাগ মাসতে নিতে নানা পুষ্পময় ।
ৰাম ৰাজা হব বুলি সৰ্ব্বলোকে কয় ॥
তাহাতে দাৰুণ বিধি দৈৱৰ লিখন ।
ভৰতক ৰাজ্য দিয়া ৰাম গৈলা বন ॥



( ২ )

জেঠৰ মাসতে ৰাম্ সীতাই সহিতে ।
দেখিলা স্বুৰ্ণ মৃগ পাশা খেলাইতে ॥
তাহাক বধিতে গৈলা শ্ৰীৰাম লক্ষ্মণ ।
শূন্য গৃহে পায় সীতা হৰিলা ৰাৱণ ॥

( ৩ )

আহাৰ মাহতে হয় ঘনে বৰিষণ ।
আমাসাক চাৰি গৈলা ৰাম নাৰায়ণ ॥
পাপিষ্ঠ ৰাৱণ ৰাজা দুষ্ট দুৰাচাৰ ।
মিঠা ফল দিয়া ৰাজা ছাপিলা ভূমিত ॥

( ৪ )

শাওণ মাহতে দেৱে বৰিষে ভূমিত ।
কোনে স্ৰজা মৃগবাৱ শুনো স্বুলিত ॥
নানা পুষ্প ফুল ফল গন্ধে ভৈলা ভোল ।
ভ্ৰমৰে নাচাৰে ফুলৰ লইতে জোল ॥

( ৫ )

ভাদৰ মাসতে সীতা দেখিলা সপোন ।
সমুদ্ৰ ছেৰাই আহিল পবন নন্দন ॥
পাইব প্ৰভুৰ বাৰ্ত্তা সব বিবৰণ ।
ৰাম ৰাম বুলি সীতা জুৰিলা ক্ৰন্দন ॥

( ৬ )

আহিনত মৃগ দেখি হাতে লৈলাশৰ ।
আমাক ছাৰিয়া গৈলা ৰাম গদাধৰ ॥
কোন বিধি লেখি থৈছে মোৰ নাম সীতা ।
ভাবোতে চিন্তোতে মোৰ দেহা ভৈলা তিতা ॥

( ৭ )

কাতিৰ মাহতে ভৈলা অৰুণ উদয় ।
আমাক ছাৰিয়া গৈলা ৰাম দয়াময় ॥
কৰ্ম্মবন্ধে বন্দি হলোঁ ৰাক্ষসৰ ঘৰে ।
উদ্দেশ নেপাওঁ মই কৰ্ম্ম দোষ মোৰে ॥

( ৮ )

আঘোণ মাহতে নিতে ঘনে পৰে জাৰ ।
স্বামীৰ চৰণ ভাবি স্বামী কৰোঁ সাৰ ॥
স্বামী বিনে গতি নাই ভব তৰিবাৰ ।
ৰাম বিনে স্বামী নাই সুন্দৰী সীতাৰ ॥

( ৯ )

পুহৰ মাহতে জাৰ ঘনে পৰে শীত ।
তথাপি নখণ্ডে সীতাৰ মনৰ বাঞ্ছিত ॥
পিঙ্গল বৰণ সীতা শোকাতুৰ হিয়া ।
যমুনাক যায় সীতা কান্দিয়া কান্দিয়া ॥



( ১০ )

মাঘৰ মাহতে জাৰ অতি বিপৰীত ।
ভালুক বান্দৰগণ ভৈলা সচকিত ॥
মন্দোদৰী কয় ৰাজা ঘটালি প্ৰমাদ ।
আপোনি মজালি প্ৰভু লঙ্কা হেন ৰাজ ॥

( ১১ )

ফাগুন মাহতে উঠে অৰুণ আকাশ ।
সমুদ্ৰ বান্ধিয়া ৰামে বধিলা ৰাক্ষস ॥
প্ৰথম ৰণত পৰিলেক ইন্দ্ৰজিত ।
তথাপি নখণ্ডে সীতাৰ মনৰ বাঞ্ছিত ॥

( ১২ )

চৈত্ৰ মাহত দেৱীৰ পূজা অৱসনে ।
সমুদ্ৰ বান্ধিয়া ৰামে বধিলা ৰাৱণে ॥
বিভীষণে দিলেক সোণৰ লঙ্কাপুৰী ।
দাসী কৰি দিলা ৰামে ৰাণী মন্দোদৰী ॥

---

# ৰাম বাৰমাহী গীত

দিহা – ওহে প্ৰভু ৰঘুনাথ সংসাৰৰ সাৰ ।
ৰাক্ষস কুলক প্ৰভু কৰিলা উদ্ধাৰ ॥

( ১ )

পদ—আঘোণ মাহতে ৰামে মনে কৰে চিন্তা ।
কিমতে বঞ্চিব আমি সঙ্গে লৈয়া সীতা ॥
কান্দে দশৰথ ৰাজা আৰ্ত্তনাদ হৈয়া ।
কৈকয়ী সুমিত্ৰা কান্দে পুত্ৰক লাগিয়া ॥

( ২ )

পুহৰ মাহতে ৰামে মনে কৈলা সাৰ ।
অযোধ্যাৰ নৰ আসে ৰাম দেখিবাৰ ॥
লক্ষ্মণক লৈয়া ৰাম সঙ্গত কৰিয়া ।
ভৰতক ৰাজ্য ভাৰ দিলেক সপিয়া ॥

( ৩ )

মাঘৰ মাহতে ৰাম দিগম্বৰ বাস ।
শীতল কদম্ব তলে খাটিলা প্ৰবাস ॥
লক্ষ্মণ উঠিয়া বোলে ৰামক বুজায় ।
বিধিৰ লিখন দাদা খণ্ডণ নাযায় ॥



( ৪ )

ৰামৰ লাগিলা ভোক ফাগুন মাহত ।
শৰ ধনু ভূমিত থৈ চৰিলা বৃক্ষত ॥
লাফে উঠি লাফে নামি পাৰে বৃক্ষ ফল ।
থোপ কৰন্ত লক্ষ্মণ যত গাৰ বল ॥
পূৰ্ব্বৰ বৃতান্ত ৰাম স্মৰণ কৰিলা ।
যতে ৰাম ত'তে অযোধ্যা সে কাল ভৈলা ॥
কত কত মুনিগণ যায় সেহি ঠাই ।
ৰামক ভকতি কৰি অনেক বুজায় ॥

( ৫ )

চৈত্ৰ মাসে ৰাম প্ৰভু ৰবিৰ প্ৰতাপ ।
সীতাই বোলন্ত প্ৰভু লাগিলা পিয়াস ॥
ওপৰে ৰবিৰ তাপ তলে তপ্ত বালু ।
নপাৰে হাঠিতে সীতা সুকোমল তনু ॥
সীতাৰ ক্ৰন্দন দেখি ৰামৰ ভৈলা দয়া ।
ডাল ভাঙি প্ৰভু ৰামে ধৰিলন্ত ছাঁয়া ॥
ৰামে ভাঙ্গে বৃক্ষ ডাল লক্ষ্মণে ধৰে শিৰে ।
তাৰ ছায়াত সীতাদেৱী চলে ধীৰে ধীৰে ॥
ৰাম যায় আগে আগে লক্ষ্মণ যায় পাছে ।
জল খাব সীতা যায় সৰোবৰ কাছে ॥

( ৬ )

বহাগ মাহতে ৰাম যজ্ঞ আৰম্ভিলা ।
লাখে লাখে মুনিগণ হঠাতে আসিলা ॥
মুনিগণ আসিয়া যে বুলিলন্ত বাণী ।
লাখে লাখে কাষ্ঠ ধৰি জ্বালিলা অগনি ॥
আকাশ পাতাল লৰে অগনিৰ ধ্বনি ।
চাৰি দিশে মুনিগণে কৰে বেদধ্বনি ॥
যজ্ঞ কৰি প্ৰভু ৰাম তুষ্ট ভৈলা মন ।
মুনিক দক্ষিণা দিলা যত গাভীগণ ॥

( ৭ )

জেঠৰ মাহতে ৰাম নাই ঘৰ বাৰী ।
দণ্ডক বনক আসে সঙ্গে এক নাৰী ॥
সঙ্গে এক নাৰী আৰু ভাই দুই জন ।
পৰম আনন্দে থাকে দণ্ডক অৰণ্য ।

( ৮ )

আহাৰ মাহতে ৰাম মনতে ভাবিলা ।
অযোধ্যাপুৰীৰ লোক আসিয়া ঠেকিলা ॥
অযোধ্যাপুৰীৰ লোক কৰে হাহাকাৰ ।
তোমা অবিহনে দেখো দিনতে এন্ধাৰ ॥
অযোধ্যাৰ লোক সবে কৰে নানা স্তুতি ।
জনমে জনমে হৌক তোমাত ভকতি ॥



( ৯ )

শাওঁণৰ মাহতে মেঘে বৰিষয় ধাৰে ।
মাথাই হাত দিয়া ভাবে অৰণ্য ভিতৰে ॥
পিতৃ বাক্য পালি আইলো ভাই দুই জন ।
নিদাৰুণ মাতৃ বনে দিলা কি কাৰণ ।

( ১০ )

ভাদৰ মাহতে বৰ বিপাক মিলিলা ।
সুবৰ্ণৰ মৃগ এক আসি দেখা দিলা ॥
মহা ভয়ে মায়া মৃগ মাথা তুলি চায় ।
ক্ষণেক থমকি মৃগ দূৰতে পলায় ॥

( ১১ )

আহিন মাহতে ধৰি বচন সীতাৰ ।
ধনু ধৰি যায় ৰাম মৃগ মাৰিবাৰ ॥
লৰৰি পশিলা মৃগ অতি ঘন বনে ।
ৰাম সদৃশ মৃগ চেঞ্চাই ঘনে ঘনে ॥

( ১২ )

কাতিৰ মাহতে ৰাম লক্ষ্মণক কৈলা ।
ৰাক্ষসে বধিব আহে তুমি কৈত ৰৈলা ॥
সীতাই বোলন্ত শুনা প্ৰাণৰ লক্ষ্মণ ।
অকলে গৈয়া প্ৰভু হৰাইব জীৱন ॥

লক্ষ্মণে বোলন্ত জগতৰ কোন বীৰ।
আমাৰ দাদাৰ স্পৰ্শ কৰিব শৰীৰ ॥
সীতাই বোলে বাপু তোৰ মন নোহে ভাল।
মুখত মধুৰ কিন্তু পেটে হলাহল ॥
আগে গৈলা প্ৰভু ৰাম পাছত লক্ষ্মণ।
কাতিৰ শুক্ল পক্ষে সীতা হৰিলা ৰাৱণ ॥
বাৰো মাহতে আছে পূৰ্ণিমাৰ শশী।
ইটো গীতৰ নাম হৈছে ৰাম বাৰমাহী ॥

---

## বণিজ কোঁৱৰৰ গীত

(বৰপেটাত প্ৰচলিত)

নং—১

দিহা—কোন ঠাইৰ পৰা আহিলা ভকত
কোন ঠাইত দিলা পাৰ,
কোন ঠাইত তোমাৰ ঘৰ-বাৰী
কোন ঠাইত বাপ-মাৰ।
পদ—লাতাহী পৰ্ব্বতে থাকোঁ, খাওঁ নদীৰ পানী।
আইৰ নাম কেহেশ্বৰী তেওঁৰ পুত্ৰ আমি ॥
পিতাৰ নাম মোৰ ধনেশ্বৰ, ধনৰে ঈশ্বৰ।
পিতাৰ ধনে বান্ধিব পাৰে নদীৰে মোচৰ ॥



এক ফালে ঢেঁকীশাল এক ফালে গৰু।
বিদেশী কোঁৱৰে তুমি কোন ঠাইত জোৰা চৰু ॥
চাউল আনিছোঁ চৰু আনিছোঁ
লগত আনিছোঁ পাটী,
ৰাতি চাৰি ডাঁৰ পৰি থাকোঁ
নেনো মইজাৰে মাটি।
তেল আনিছোঁ, ছাটি আনিছোঁ
লগত আনিছোঁ শিহা,
ৰাতি চাৰি ডাঁৰ পৰি থাকিম
বাটৰ নাপাওঁ দিহা।
চাউল দিওঁ, চৰু দিওঁ বহে খোৱা ভাত।
লাগে যদি দাসী দিওঁ পেলাব চুৱা পাত ॥
একে গছৰ খৰি-খুটি একে গছৰ পাত-পানী।
তাকে যদি দিব পাৰা ভোজন কৰোঁ আমি ॥
ঘাটৰে চুৰ-চুইৰা মাছ বাৰীৰে বেঙেনা।
সেই দি ভোজন কৰে বিদেশী কোঁৱৰে ॥
কহয় মাধৱ দাসে কন্যা ভাগ্যৱতী।
জনমে জনমে কইনা অতিথিত ভকতি ॥

---

# সাউদ কোঁৱৰৰ গীত

( নলবাৰী অঞ্চলৰ )

নং - ২

দিহা—ওঁহে ৰাম—

কোন ঠাইৰ পৰা আসিলা কোঁৱৰ,
কোন ঠাইত দিলা পাৰ।
কোন ঠাইত তোমাৰ ঘৰবাৰী,
কোন ঠাইৰ বাপ-মাৰ ॥

পদ—মাগুৰি দেশতে থাকোঁ, খাওঁ নদীৰ পানী।
আইৰ নাম লীলামতী, তেওঁৰে পুত্ৰ আমি ॥
বাপাৰ নাম ধন সাউদ, ধনৰে ঈশ্বৰ।
বাপাৰ ধনে বান্ধিব পাৰোঁ, নদী ও সাগৰ ॥
সাত দিন, সাত ৰাতি খোৱা নাই ভাত।
কিবা কওঁ কিবা নকওঁ গাৰঁৰে নাই তত ॥
চাউল দিওঁ, চৰু দিওঁ ৰান্ধি খোৱা ভাত।
ভাল ভাল দাসী দিম পেলাব চুৱা পাত ॥
একে গছৰ খুটিয়া খৰি একে গছৰ পাণ।
তাকে যদি দিব পাৰা কৰিব ভোজন ॥
ঘাটৰে চুৰ-চুৰি মাছ বাৰীতে বাঙন।
তাকে লই ভোজন কৰা বিদেশী কোঁৱৰ ॥
ঘষিবাক দিলা আনি গন্ধ পুষ্প তেল।
গা-ধোবাক দিলা আনি উত্তম গঙ্গাৰ জল ॥



সলাই-বাক দিলা আনি শুক্ল বস্ত্ৰ খান।
মুখ চাব দিলে আনি সোণালী দৰ্পণ ॥
বসিবাক দিলা আনি গামুৰিৰে পীৰা।
ভুঞ্জিবাক দিলা আনি মালভোগ ধানৰ চিৰা ॥
অন্নি ধানৰ বন্নি পিঠা জহা ধানৰ খৈ।
সোণৰ বটাৰ তাম্বূল পাণ ৰূপৰ টেমিৰ চূণ।
এনেই এটি কোঁৱৰ পালে এবো জাতি কুল ॥
মজিয়াতে লগাই থৈছো তেল ভৰা চাকি।
শেতেলিত পাৰি থৈছো কাইমা ৰঙৰ পাটী ॥
এই কাইমা ৰঙৰ পাটীত নাসিলা ঘুমটি।
হাসিতে খেলিতে ইটো পুৱাই গ'ল ৰাতি ॥
হাসিতে খেলিতে কুকুৰাই দিলে ডাক।
য'ৰে পৰা আইছা কোঁৱৰ তৈকে লাগি হাঠ ॥

---

# জয়ধন বণিয়াৰ বাৰমাহী গীত

( কামৰূপ )

( ১ )

বোলে ৰাম –

আঘোণৰ মাসতে কন্যা সঞ্চয়ন ধান।
কত কত বোলে মধু কণ্ঠক পুৰাণ ॥
আগবাঢ়ি লোৱা কন্যা সতসৰি হাৰ।
দুই বাহুই তুলি দিম সোণৰ জাপ, পটাৰ ॥

কাণ চাই দিম কন্যা হীৰা মদন কড়ি।
কঁকাল চাই দিম কন্যা কাঞ্চন পাটৰ শাৰী ॥
ভৰি চাই দিম কন্যা ভৰিৰে নূপুৰ।
কপাল চাই দিম কন্যা শিখৰ সিন্দুৰ ॥

( ২ )

পৌষৰ মাসতে কন্যা কুঁৱাৰ আন্ধুমাৰী।
স্বামীত ভকতি মাগে ভাগ্যৱন্ত নাৰী ॥
স্বামী তপ স্বামী জপ স্বামী বাপ ভাই।
স্বামীত বিনে ধন কন্যা ত্ৰৈলোক্যতে নাই ॥

( ৩ )

মাঘৰ মাসতে কন্যা পৰিল তিনি মাস।
ভিন্ন দেশৰ সাউদ আহি চাপিলেক পাশ ॥
হাড়ি দিওঁ, পটুৱা দিওঁ ৰান্ধি খোৱা ভাত।
ভাল চাই দাসী দিম পেলাব চুৱাপাত ॥
ভাত কাঙ্গলিয়া নুই কন্যা ভাত ৰান্ধি খাম।
ধন কাঙ্গলিয়া নুই কন্যা ধন লৈয়া যাম ॥

( ৪ )

ফাগুনৰ মাসতে কন্যা বসন্তৰে ফল।
জয়যূতি ফুটে ফুল মোৰ বিয়নীৰ আগাল ॥
জয়যূতি ফুটে ফুল মোৰ তপ্ত যে তুলাল।
শিশু কালৰ পৰা বন্ধু নাহি চন্দ্ৰ কাল ॥



( ৫ )

চৈত্ৰৰ মাসতে কন্যা চতুৰ্দ্দিগে মন।
বিলাওৱে বিলাওৰে কন্যা আঞ্চল ভৰা ধন ॥
কি বিলাওৰে কি বিলাওৰে আঞ্চল ভৰা ধন।
বজ্ৰে বান্ধোৱা হিয়া নুপূৰয় মন ॥

( ৬ )

বহাগৰ মাসতে কন্যা সৰ্পে চাৰে কুল।
হস্তীৰ পাছত যেন ভুকান্ত কুকুৰ ॥
হাল বাৱে হালুৱেই বান্ধে চাৰি আলি।
শিষ্য অপাৰ্গত হলে গুৰুই খাব গালি ॥

( ৭ )

জেঠৰ মাসতে কন্যা, কন্যা পদুমণি।
চন্দনে চিটিকা দিলে ভৃঙ্গাৰাৰে পানী ॥
ভৃঙ্গাৰাৰে পানী নুইকা উত্তম গঙ্গাৰ জল!
আমাৰ বাৰীত আছে ডাৱ নাৰিকল।
গলি ভৰি আছে মোৰ সাত পাঞ্চ গাই।
দৈ, দুগ্ধ, ঘৃত, মধু দিলেও নাখায় ॥
আটালতে আছে আমাৰ শুখেই নাৰিকল।
লাৰিতে চাৰিতে দাসীৰ কঁকাল দুখাল ॥

( ৮ )

আষাঢ়ৰ মাসতে কন্যা আহৰুৱা ৰাতি ।
তোমাৰ স্বামী কাটা গৈছে কাঞ্চনপুৰৰ ভাঠী ।।
নাযাইছি নাযাইছি কাটা আমাৰ টিকৰ স্বামী ।
আলি হৈ মাথাৰ কেশ পৰিব হালি-জালি ।।
বাৰীৰে তুলসীৰ পাত সৰিয়া পৰিব ।
তেতিয়াইহে জানিম মই স্বামী মৰি যাব ।।

( ৯ )

শাওনৰ মাসতে কন্যা শাওণীয়া ৰাতি ।
তোমাৰ মন্দিৰে চোৰ পশিবেক আজি ।
আমাৰ মন্দিৰে আজি চুৰি লাগাল পাব ।
নিজ হাতে দৰকৰি ৰাজাক শোধাব ।
দুৱাৰ মুখত বহুৱাই থম গজ মত্ত হস্তী ।
চাৰি পাশে বহুৱাই থম ই পালী-প্ৰহৰী ।।
মুৰ শিতানত লগাই থম ঘৃতৰ পঞ্চ বাটি ।
লাণ্ডামুণ্ডা দাখাৰ খনি ধৰিম চাৰি পৰ ৰাতি ।।
দাউৰি মাৰিম কন্যা গজ মত্ত হস্তী ।
ছটকী মাৰিম কন্যা ই পালি পহাৰী ।।
থাম্প দিয়া নুমাম কন্যা ঘৃতৰ পঞ্চ বাটি ।
লাণ্ডা মুণ্ডা দাখাৰ খনি ভাঙ্গিম টিপা মাৰি ।।



( ১০ )

ভাদৰ মাসতে কন্যা মাসৰ পৰিল শেষ ।
হাসি খেলি বিদায় দিয়া যাওঁ আপোন দেশ ।।
তুমি ভিন্ন দেশৰ কোঁৱৰ আমিও নাৰী জাতি ।
কেনাইকে বিদায় দিম মোৰ বাপৰে শকতি ।।
আপোনাৰে যে কাটা তামূল আপনি সে খোৱা ।
যোন পন্থে অহিছা সাউদ সেই পন্থে যোৱা ।।

( ১১ )

আহিন মাসতে কন্যা মুৰগা চোঁৱৰ ।
ভিন্ন দেশৰ সাউদ আইছো আপোনা দাম্বৰ ।।
হোৱাতো আপোনাৰ দাম্বৰ থাকবে বসিয়া ।
ঘৰত আছে বৃদ্ধ বাপা আনো জিজ্ঞসিয়া ।।
কাৰে খাইছিলি তাম্বুল পাণ, কাতে দিছিলি বিয়া ।
হয় নহয় তোমাৰ জোঁৱাই লওৰে চিনিয়া ।।
সোণৰ বাটাৰ ঘিলা বালা ৰূপৰ বাটাৰ পাণ ।
ধীৰে ধীৰে আসিল শহুৰ জোঁৱাই বিদ্যমান ।।
কোন চহৰে থাকাহ বাপু কোন চহৰে ঘৰ ।
কোন চহৰে আতা পিতা কওঁৰে আমাৰ ।।
নদীৰ কুলে থাকো মষ় ভাঠীৰ কুলে ঘৰ ।
আইৰ নাম কমলা মালা বাপা ধনেশ্বৰ ।।
শিশুকালত বিয়া কৰিছো মাণিক সদাগৰ ।
নানান আৰম্বৰে আসিছিলো তোমাৰ নগৰ ।।

ব্ৰাহ্মণ সজ্জনক তুমি আনাগৈ মাতিয়া ।
পহিলা আহিন মাসত কৰাইছো বিয়া ।।
ভয় নাই কিনো কন্যা দৰো নাই মোৰে ।
বাম হাতে চুলিত ধৰি লৈয়া যাব ঘৰে ।।

( ১২ )

কাতিৰ মাসতে কন্যা কাতিয়ান ধানৰ থোৰ ।
বাৰ মাহৰ তেৰ গীত গাইতে নাপাওঁ ওৰ ।।
বাৰ মাহৰ তেৰ গীত লওৱে গনিয়া ।
ইটো গীত গাইছে কোন জয়ধন বণিয়া ।।
জয়ধন বণিয়া নহে শ্ৰীধৰৰ বাপ ।
গাওঁতাৰ মুকুতি হোৱে শুনাৰ খণ্ডে পাপ ।।

——

## তাৰা পাটেশ্বৰী কন্যাৰ বাৰমাসী গীত ।

( ১ )

যি ভৈলা বালি বছৰে এক ।
বালিৰ কপালত সিন্দুৰৰ চেক ॥
সিন্দুৰৰ চেক নহে কাজালৰ ৰেঘা ।
আহাকুৰা মেঘৰ তলে চন্দ্রে দিলে দেখা ।।
বালি দয়া কৰ, ক্ষমাদি ধৰ—।
মই নাৰীৰ হোৱা নাই বছৰ ভৰ ।।



( ২ )

যি ভৈলা ভৈলা বালি বছৰে দুই ।
বৰ ঘৰৰ কাথিত ৰুই দিছো পুঁই ।।
সিও পুঁই নধৰিলা থোপা ।
হালিয়া-জালিয়া পৰে মোৰ স্বামীৰ খোপা ।।
বালি দয়াকৰ ক্ষমাদি ধৰ— !

( ৩ )

যি ভৈলা ভৈলা বালি বছৰে তিনি ।
ৰঙ্গিয়াল ঘোঁৰাটো আনিছোঁ কিনি ।।
সিও ৰঙ্গিয়াল ঘোঁৰাটো আগাল পাগাল ।
মোৰ স্বামী, দেখা নেপালি থিতাতে পাগল ।।
বালি দয়াকৰ ক্ষমাদি ধৰ ।

( ৪ )

যি ভৈলা ভৈলা বালি বছৰে চাৰি ।
পাখা খেলাইছে শাৰী শাৰী ।।
সিও পাখাই নেদিলে ঢাল ।
এনাই হেন কঙ্কাল হালবা ভাল ।।
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ৫ )

যি ভৈলা ভৈলা বালি বছৰে পাঁচ ।
শাহুৰথেৰ নঙ্গলাত ৰঙ্গিয়াল গাছ ।।

ৰঙ্গিয়াল গাছৰ আটাইলো ঠানি ।
এনাই হেন লাহৰ চুলি চুছিব কোনি ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ৬ )

যি ভৈলা ভৈলা বালি বছৰে ছয় ।
গাঠিৰ ধন কৰি নকৰিবা বয় ।
বয় কৰিলে কি হব উপায় ।
পৰৰ ভাৰষা কি আপোনাৰ হয় ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ৭ )

যি ভৈলা ভৈলা বালি বছৰে সাত ।
সুবৰ্ণৰ হাঠায় দি বাঢ়িব ভাত ॥
সিও ভাত নপৰিল পাতত ।
আজি দেহা যাব মোৰ স্বামীৰ হাতত ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ৮ )

যি ভৈলা ভৈলা বালি বছৰে আঠ ।
বালিৰ কাপোৰ খন হৈয়াছে ডাঠ ॥
সুতাৰ কাপোৰ নহে সিও পাটৰ ধুতী ।
হিয়া ফুটি ওলাইছে শ্ৰীফল দুটি ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ ।



( ৯ )

যি ভৈলা ভৈলা বালি বছৰে নও ।
এটি পুখুৰীৰ ঘাট নওটি কওঁ ॥
ই ঘাটে ডুব মাৰি সি ঘাটে উঠে ।
আপোনাৰ স্তন দুটি আপোনি দেখে ॥
বালি দয়াকৰ ক্ষমাদি ধৰ—।

( ১০ )

যি ভৈলা ভৈলা বালি বছৰে দশ ।
পকিছে কমলা চাপিছে ৰস ॥
যি কমলা আটিলে সিঠা ।
আই বাপাৰ মাততকৈ স্বামীৰ মাত মিঠা ।
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ১১ )

যি ভৈলা ভৈলা বালি বছৰে এঘাৰ ।
বাৰীৰ ইকিৰা কাটি খোপৰি বেৰাওঁ ॥
সিও খোপৰিও নাসিল ঘুমটি ।
হাসিতে হাসিতে খেলিতে খেলিতে পুৱাই গ'ল ৰাতি ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ—।

( ১২ )

যি ভৈলা ভৈলা বালি বছৰে বাৰও ।
বিছনাই দলিচা পাৰি শয়ন কৰাওঁ ॥

একে অবলা আৰু কূল নাৰী ।
ইটো গীত গাইছে কন্যা তাৰা পটেশ্বৰী ॥
বালি দয়াকৰ, ক্ষমাদি ধৰ—।
মই নাৰীৰ হোৱা নাই বছৰ ভৰ ॥

---

## মধুমতীৰ গীত*

আঘোণৰ মাহতে নাকাটিবা পাত ।
খাবলৈ নাপালা প্ৰভু নৱান ধানৰ ভাত ॥
আঘোণৰ মাহতে নাৰীৰ উতপতি ।
হাতত তাম্বুৰা লৈ নামিল সৰস্বতী ॥

পুহৰ মাহত পূৰণৰ জীয়াৰী ।
স্বামীসবে ভক্তি কৰে ভাগ্যৱতী নাৰী ॥

মাঘৰ মাহতে ধৰমৰে তিথি ।
ডাক দালিম শ্ৰীফল খাইতে নেদে বিধি ॥
তুলি পাৰে গাৰু পাৰে অতি বিপৰীত ।
তাতে বহি মধুমতী জুৰিলেক গীত ॥
তুলি পাৰে গাৰু পাৰে সোণৰ সিংহাসন ।
তাতে বহি মধুমতী জুৰিলা ক্ৰন্দন ॥



ফাগুনৰ মাহত ফাল্গুৰ বাতৰি ।
দেউলৰ ওপৰত দেউল তুলিয়া মগৰি ॥
তাৰ ওপৰত নাগপাশ জৰী ।
ধৰণীত পৰি কান্দে সুমৰি সুমৰি ॥
সকল সাউদে ফাগু মাৰে ৰান্ধি ভাত খাই ।
মই নাৰী অভাগিনী থাকোঁ পৰৰ মুখ চাই ॥
বনৰ বন্দুৰা পখী সিও থাকে যোৰে ।
মই নাৰী অভাগিনী থাকো অকল শৰে ॥
বনৰ বন্দুৰা পখী সিও বান্ধে বাহা ঘৰ ।
মই নাৰী অভাগিনী থাকোঁ অকলশৰ ॥

চৈতৰ মাহত পকি সৰে বেল ।
সেই বেল লৈ স্বামী বণিজক গেল ॥
বণিজক গৈ স্বামী কিবা পালে নিধি ।
ডাক দালিম শ্ৰীফল খাইতে নেদে বিধি ॥
বৈহাগৰ মাহতে ডাউকী কান্দয় ।
ডাউকীৰ কান্দন শুনি হৃদয় নসহয় ॥
বৈহাগৰ মাহত কুলিয়ে কৰে ৰাৱ ।
কুলিৰ কান্দন শুনি নুজুৰাই গাৱ ॥

জেঠৰ মাহত আৰৈ ধানৰ বাৰা ।
ডাউকীৰ কান্দন শুনি শৰীৰ ভৈলা জ্বৰা ॥

জেঠৰ মাহতে জেঠৰ বাৰে খৰ।
যাকে বোলো আপোন আপোন সেয়ে হয় পৰ ॥

আহাৰৰ মাহত আহৰে আহু ধান।
নদী নলা ভাহি যায় সিও এটা বান ॥
খেতিয়াৰ লোক পাৰিছে কঠিয়া।
এৰি গ'ল প্ৰাণ স্বামী আহিব কেতিয়া ॥
আহকে বহকে স্বামী দেখোঁ চান্দ মুখ।
হেৰা গুচক মোৰ জনমৰ দুঃখ ॥

শাওণৰ মাহতে ৰোৱণৰ দিন।
খাব নাপালে পুৰুষৰ বস হয় হীন ॥
কিবা খালোঁ কিবা ললোঁ কিবা কৰে মনে।
গলত কটাৰী দি তেজিম পৰাণে।
ভাদৰ মাহত শীতৰ খৰালি।
নদী-নলা শুকাই গ'ল পৰিল ঢৌৰা বালি ॥
কোৢা ৰাৰে কুৢী ৰাৰে, ৰাৰে ৰাজহাঁহ।
হেলায় খোৱালো মই বাৰিষা ছয় মাহ।
আহিনৰ মাহত তুলসীৰ গোৰে ছাটি।
বিধবা ব্ৰাহ্মণী পূজে হাতে লৈয়া বাতি।
আহিনৰ মাহতে দেবীৰ অষ্টমী।
হাঁহ কাটে, পাঠা কাটে পাৰ জাকে জাক।
যতে আছে প্ৰাণ স্বামী তৈতে ভালে থাক।



কাতিৰ মাহত ওলাল ন-শালীৰ থোৰ।
বাৰ মাহৰ তেৰ গীত গাই কৈলো ওৰ ॥
বাৰ মাহৰ তেৰ গীত লওঁৰে গণিয়া।
তাকে বৰ্ণাই কান্দে মধুমতী কন্যা ॥
বাৰ মাহৰ তেৰ গীত মাহে মাহে তিথি।
গাউতাৰ খণ্ডে পাপ, শুনুতাৰ মুকুতি ॥

———

* ৺ হেমচন্দ্ৰ গোস্বামীৰ "অসমীয়া সাহিত্যৰ চানেকি"ৰ পৰা সংগৃহীত।

## কন্যা বাৰমাহী গীত*

আঘোণৰ মাহতে কন্যা সংসাৰে নৱান ধান।
কতেক খাইতে মধু কতেক পুৰাণ ॥
যাৰ সঙ্গে প্ৰিয়া আছে ৰান্ধি ভাত খাই ॥
আমাৰ সঙ্গে প্ৰিয়া নাই (থাকিম) পৰৰ মুখ চাই ॥
আগবাঢ়ি লোৱা কন্যা সাত-সৰি হাৰ।
দুই বাহুত তুলি দিম সোণাৰ ঝাম্প টাৰ ॥
কাণ চাই দিম কন্যা হীৰাৰ মদন কড়ি।
কঁকাল চাই দিম কন্যা কাঞ্চন পাটৰ শাৰি ॥
ভৰি চাই দিম কন্যা ভৰিৰে নেপূৰ।
কপাল চাই দিম কন্যা সিথাৰ সেন্দুৰ ॥

পৌষৰ মাসতে কন্যা পুষ্পে অধিকাৰী।
স্বামীত ভকতি কৰে ভাগ্যৱতী নাৰী॥
ভাগ্যৱতী নাৰী যিটো সাফল জীৱন।
স্বামী হেন ধন নাই ই তিনি ভুবন॥

মাঘৰ মাসতে কন্যাৰ হৈল চাৰি মাস।
তিনি দেশৰ সাউদ আহি লগাইলা মাত॥
চাউল দেওঁ পাতিল দেওঁ ৰান্ধি খোৱা ভাত।
ভাল ভাল দাসী দেওঁ চুৰা পেলাইবাক॥
টৌ দেওঁ জান্তি দেওঁ বালুত মাজিয়া।
ভোগ ধানৰ চাউল দেওঁ দুধত পখালিয়া॥
ভাত কঙ্গালী নহওঁ কন্যা ভাত ৰান্ধি খাম।
ধনৰ কঙ্গালী নহওঁ কন্যা ধন লৈয়া যাম॥

ফাগুনৰ মাসতে কন্যা বসন্তৰে কাল।
জাঁই যুতি ফুলে ফুল বেলি তৰুৱাল॥
জাঁই যুতি ফুটে ফুল তপত নয়ান।
জাঁই যুতি ফুলে ফুল খোপাতে ফুলাম॥
ফাগুনৰ মাসতে পাই মনে বৰি দুখ।
স্বামীৰ কটিত ভুকা কেনে ভতুৱা কুকুৰ॥
কুকুৰ ভুকিলেৰে গিৰস্থে পাইব সাৰি।
তেখনে বুলিব আমাক পুৰুষ বধা নাৰী॥



চৈতৰ মাসতে কন্যা চতুৰ দিশে মন।
বিলাওৰে বিলাওৰে কন্যা নৱান যৌৱন॥
খাওঁৰে কন্যা কর্পূৰ তাম্বুল বাঢ়োক পিৰীতি।
গুচাও মনৰ কৈটব মাগিছোঁ সুৰতি॥
কি বিলাইবো কি বিলাইবো সাউদৰ নন্দন।
কাঠেৰে বান্ধিছো হিয়া নুতোলাইবো মন॥
শাশুৰী দুলালী কন্যা স্বামীত পৰাণ।
পৰ পুৰুষক দেখোঁ বাপ ভাই সমান॥
সাউদ বোলোঁ সদাগৰ বোলোঁ ভাই তোমাকে।
ধৰমক চিন্তি তুমি যোৱা ৰাজপথে॥
বৈসাখৰ মাসতে কন্যা কন্যা পদুমণি।
চন্দনে চিটিকা দিয়া ভৃঙ্গাৰৰ পানী॥
ভৃঙ্গাৰৰ পানী নোহে উত্তম গঙ্গাজল।
বাৰী ভৰি আছে আমাৰ ডাব নাৰিকল॥
আতালত আছে আমাৰ শুকান নাৰিকল।
লাৰিতে চাৰিতে দাসীৰ কঁকাল দুখাল॥
গোহাল ভৰি আছে আমাৰ সাত পাঞ্চ গাই।
দৈ দুধ ঘৃত মধু ঘিণতে নাখাই॥
সাউদ বোলোঁ সদাগৰ বোলোঁ ভাই তোমাকে।
ধৰমক চিন্তি তুমি যোৱা ৰাজ পথে॥

জেঠৰ মাসতে কন্যা ভৰিয়া উঠে বান।
কোন দেশৰ সাউদ তুমি কিবা তোমাৰ নাম॥

কোন দেশে থাকা সাউদ কোন দেশে ঘৰ।
কি নাম তোমাৰ মাৰ আবুৰ কি নাম বাপৰ॥

বাপৰ নাম বিস্মৰণ মাৰৰ নাম ৰায়াল।
জীৱ গুৰু দিছে নাম নাম তাৰ গাৰৱঁৰ॥

আষাঢ় মাসতে কন্যা আহকুৱা ৰাতি।
তোমাৰ স্বামী কাটা গৈছে কাঞ্চন পুৰৰ ভাথি॥

নাযাইদে নাযাইদে কাটা আমাৰ টিকৰ-পতি।
আউলিল হয় মাথাৰ চুলি ছিঙ্গিল হয় বজ্র মুঠি॥

হাতৰ তুই মুঠি শাখা ভাঙ্গি হল হয় চূৰ।
মোলান পৰিল হয় মোৰ কপালৰ সিন্দুৰ॥

শাওণৰ মাসতে কন্যা শাওণীয়া ৰাতি।
আজি ৰাতি কন্যা মই ভুঞ্জিবো সুৰতি॥

আজি ৰাতি মই চোৰ যাকে লাগাল পাওঁ।
হাতে গলে বান্ধি তাকে ৰাজ ঘৰে পঠাওঁ॥

চাৰি ফালে ৰাখি থম পহৰী চাৰিটি।
দুৱাৰ মুখত বান্ধি থম মত্ত গজ হাতী॥

শিমানে-পৈথানে লগাম ঘৃতৰ পাচ ৰাতি।
তীক্ষ্ণ খাণ্ডা হাতে ধৰি জাগিম চৌপৰ ৰাতি॥



দাবৰি মাৰিম কন্যা মত্ত গজ হাতী।
থাপ দি নুমাম কন্যা ঘৃতৰ পাঞ্চ বাতি॥

চটকি মাৰিম কন্যা ই পালি প্ৰহৰী।
তীক্ষ্ণ খাণ্ডা ভাঙ্গিম কন্যা মই টিপা মাৰি॥

ভাদৰ মাসতে কন্যা মাসৰ পৰিল শেষ।
হাসি খেলি বিদায় দিয়া যাওঁ নিজ দেশ॥

তুমি হলা ভিন পুৰুষ আমি ভিন নাৰী।
বাপৰ শকতি নাই বিদায় দিতে পাৰি॥

আমি ভিন নাৰী সাউদ নাভাবিবি আন।
আপোনাৰ দোষে সাউদ হাৰাইবি প্ৰাণ॥

বাপ বোলো ভাই বোলো সাউদ তোমাকে।
ধৰমক চিন্তি তুমি যোৱা ৰাজ পথে॥

আহিনৰ মাসতে কন্যা নিৰমল ৰাতি।
পৰ পুৰুষ নোহোঁ কন্যা তোৰ টিকৰ পতি॥

পৰ পুৰুষ নোহোঁ যদি আপুন ঈশ্বৰে।
খানিক ৰহিয়া থাকা ডিঙ্গাৰ উপৰে॥

সোণাৰ বাটায় গুৱা-পাণ জাৰি ভৰা পানী।
ধীৰে ধীৰে গেল কন্যা বাপৰ বিদ্যমানি॥

কাৰ খাইছা গুৱা-পাণ কাক দিছা বিয়া।
তুই নুই তোমাৰ জোঁৱাই লওৰে চিনিয়া॥

সোণাৰ বাটায় গুৱাপাণ জাৰি ভৰা পানী।
ধীৰে ধীৰে আসিল শ্বশুৰ জোঁৱাই বিদ্যমানি ॥
কোন চহৰে থকা বাপু কোন চহৰে ঘৰ।
আইৰ নাম কমলমালা বাপা ধনেশ্বৰ ॥
শিশু কালত বিয়া কৰাইছো মাণিক সদাগৰ।
নানান আড়ম্বৰে আসিছিলোঁ তোমাৰ ঘৰ ॥
ব্ৰাহ্মণ সজ্জনক আনি জিজ্ঞাস কৰি চাৱা।
প্ৰথম কাতি মাসে আমাক দিছা বিয়া ॥
প্ৰদীপ লগাই কন্যা ঘাটৰ কুলে যাই।
স্বামী স্বামী বুলি কন্যা চৰণ ধুৱাই ॥
চৰণ ধুৱাই কন্যা মাগি লৈয়া বৰ।
স্বামীক বেঢ়িয়া নিলা মন্দিৰ ভিতৰ ॥

কাতিৰ মাসতে কন্যা কাতিয়ান ধানৰ থোৰ।
বাৰ মাসৰ তেৰ গীত গাইয়া নাপাও ওৰ ॥
বাৰ মাসৰ তেৰ গীত লওৰে গণিয়া।
ইটো গীত গাইছে কোন জয়ধন বণিয়া।
জয়ধন বণিয়া নোহে শ্ৰীধৰৰ বাপ।
গাওঁতাৰ মুকুতি হোৱে শুনাৰ খণ্ডে পাপ।

• ৺হেমচন্দ্ৰ গোস্বামীৰ ''অসমীয়া সাহিত্যৰ চানেকি''ৰ পৰা সংগৃহীত।

# শান্তি বাৰমাহী গীত *।

আঘোনৰ মাহতে শান্তি পূৰ্ণিমাৰে জোন।
ষোল্ল বছৰে শান্তিৰ ভৈলন্ত যৌৱন ॥
ওঠৰ বছৰে শান্তিৰ বয়স দিলা ভাঠি।
বুঢ়া হৈলা "বেথা" ভৈলা হাতে লৈলা লাঠি ॥
পুহৰ মাহতে শান্তি অতি বড়ি কুৱা।
প্ৰাণ নাথে জীউনাথে খেলে পাশা জুৱা ॥
পাশা খেলে জুৱা খেলে পাশাত নেদে ঢাল।
কৈতে এৰি গৈলা প্ৰভু বিনন্দ গোপাল ॥
মাঘৰে মাহতে শান্তি ধৰমৰে তিথি।
চিলানকে গৈলা শান্তি ভাগিনী সহিতি ॥
আগহাতে ফুল জল অগৰু চন্দন।
জলতে নামিয়া শান্তি জুৰিলা ক্ৰন্দন ॥
ফাগুণৰ মাহতে শান্তি দেউল যাতৰা।
দেউলৰ উপৰে নাচে মঠ যে মগৰা ॥

* অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য দেৱৰ সংগৃহীত। ৭ম বছৰৰ ৫ম-৬ষ্ঠ সংখ্যা "ৰামধেনু"ত "অসমীয়া লোকগীত-শান্তি বাৰমাহী" নামৰ আলোচনাত প্ৰকাশ হৈছিল। মোৰ সংগৃহীত "ফুলৰন্তী কন্যাৰ শান্তি বাৰমাহী গীত"টিৰ লগত কাহিনীৰ সম্পূৰ্ণ সামঞ্জস্য থাকিলেও বহু শব্দৰ ব্যৱহাৰৰ মিল নাই। গতিকে দুয়োটি গীত তুলি দিয়া হল বিজাই চাবৰ সুবিধাৰ নিমিত্তে। সম্পাদক

মঠ নহয় মগৰ নহয় জগতবে হৰি ।
আলানি বিলানি কান্দে ধৰণীতে পৰি ॥
চৈতৰে মাহতে শান্তি পকে সবে বেল ।
সেই বেল লৈয়া সাউদে বণিজকে গেল ॥
বণিজকে গৈয়া সউদে কিবা পালা নিধি ।
ডাক-ডালিম পকি আছে খাইতে নেদে বিধি ॥
বৈহাগৰ মাহতে শান্তি দেউতাৰ গাজনি ।
দেউতাৰ গাজনি শুনি মৎস্যে দেই উজনি ॥
সিও মৎস্যে উজান দেই বছৰে একবাৰ ।
আমি অভাগিনী নাৰীৰ এই পটন্তৰ ॥
জেঠৰ মাহতে শান্তি জেঠুৰা বড়ি খৰ ।
বনৰে হৰিণা পহু সিও চাপে ঘৰ ॥
যাকে বোলো আপোন আপোন সিও হোৱে পৰ ।
বিবুদ্ধিয়া সাউদৰ কুৰঁৰ ফিৰি নাহে ঘৰ ॥
আহাৰৰ মাহতে শান্তি আগতীয়া বান ।
খেনে উঠে খেনে নামে পুষ্পৰ পালেং খান ॥
পুষ্পৰে পালেঙত শান্তিৰ নাহিলা ঘুমটি ।
অতদিনে সাউদৰ কুৰঁৰ নাহিলা উলটি ॥
শাওনৰ মাহতে শান্তি বোৱনৰে দিন ।
যিটো নাৰীৰ পুৰুষ নাইকা সকলোতকৈ হীন ॥



অকাশতে চন্দ্ৰ নাইকা নিজিলিকে তৰা ।
যিটো নাৰীৰ পুৰুষ নাই জীয়ন্ততে মৰা ॥
ভাদৰে মাহতে শান্তি অতি বড়ি খৰ ।
নদী শুকাল নালা শুকাল পৰিল বালি চৰ ॥
কাইমে ৰাৱে কোঢ়াই ৰাৱে ৰাৱে ৰাজহাঁহ ।
হাঁসিতে খেলিতে গৈলা বাৰিষাৰে ছয়মাহ ॥
আহিনৰ মাহতে শান্তি দেবী পূজা খায় ।
হাঁহ পৰে ছাগল পৰে পাৰৰ লেখ নাই ॥
হাঁহ পৰে ছাগল পৰে পাৰ জাকে জাক ।
যৈতে আছে সাউদৰ কুৰঁৰ তৈতে ভালে থাক ॥
কাতিৰ মাহতে শান্তি কাতিয়ান ধানৰ থোৰ ।
বাৰ মাহৰ তেৰ গীত গাইতে নাপাওঁ ওৰ ॥
বাৰমাহৰ তেৰ গীত লওঁৰে গণিয়া ।
ই গীত গাইছে কোনে ফুলৱন্তী কন্যা ॥
ফুলৱন্তী কইনা নহয় জগতৰ আই ।
যিবা শুনে যিবা গায় দুৰ্গতি খণ্ডায় ॥
হাতে বাৱে ঢাক-ঢোল মুখে বাৱে বাঁশী ।
এই গীতৰ নাম থৈছে শান্তি বাৰমাসী ॥

# হৰিনাম বাৰমাহী

ঘোষা—জয় মনমোহন মাধৱ ৰাম,
হৰি হৰি বোলা সৱে এৰি আন কাম।
পদ—বিষুৱ সংক্ৰান্তি কৰি বৈশাখত সাৰ,
হৰি নাম ৰস ৰঙে বুৰক সংসাৰ।
জেঠত সূৰুযে ঢালে কিৰণ প্ৰচুৰ,
হৰিক সুমৰি ভাই দুখ কৰা দূৰ।
আহাৰত ধাৰাষাৰ আহে বৰষুণ,
কৃষকে কিৰিষি কৰে গাই হৰিগুণ।
শাওণে হৰিক চিন্তে যত নৰ-নাৰী,
তুমিহে তাৰিবা প্ৰভু বিপদ কাণ্ডাৰী।
ভাদৰ অষ্টমী দিনা কৃষ্ণৰ জন্মতিথি,
হৰিক সুমৰে সদা ভকতে চৌভিতি।
আহিন শৰত কালে দেবী আগমন,
হৰিক চিন্তিয়া কৰে পূজা আয়োজন।
কাতিমাহ কুৱঁলীৰে জাৰে দিয়ে দেখা।
হৰি বিনে দুখীয়াক কোনে কৰে বেথা।
আঘোনত পকা ধান ওপচে পথাৰ,
হৰি হৰি বোলে দুখী আনন্দ অপাৰ।



পুহত জাৰৰ কিনো মহা পৰাক্ৰম,
হৰি গুণ নামে তাকো কৰে মধুসম।
নিশ্চিন্ত কৃষক মাঘে অগ্নিক সুমৰে,
হৰিৰ কৃপাত অগ্নি জাৰে ৰক্ষা কৰে।
ফাগুণে কাঞ্চন ফুল বতাহত লৰে,
হৰি হৰি বুলি লোকে ফল্গুৎসৱ কৰে।
চ'তত বছৰ শেষ হৰি কৃপা গুণে,
নকৰিলে ৰক্ষা হৰি ৰক্ষা কৰে কোনে।
হৰি নাম বাৰমাহী শুনা সৰ্ব্বজনে,
হৰিদাস বিনন্দে আনন্দে ইটো ভনে *।

---

* ২০শ বছৰৰ ১০ম সংখ্যা ''বাঁহী''ত প্ৰকাশিত, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা।

# বাৰ মাহৰ খাদ্য

জেঠে দৈ আহাৰে আখৈ
শাওণে মৰাপাট,
ভাদত ঔ আহিনত কচু
কাতিত কল,
আঘোনত পুই পুহত জুই
মাঘৰ পঁইতা বাগৰ-বল।
ফাগুণত তেল চ'তত বেল
বহাগৰ লাৰু পিঠা জ্বৰতেই গেল॥

# কন্যা বাৰমাহী গীত

দিহা—কোন ঠাইৰ পৰা আইলা কোঁৱৰ
কোন ঠাই দিলা পাৰ।
কোন ঠাই তোমাৰ বাপা ভাই ঐ
তোমাৰ কিবা নাউ॥

পদ—কাতিৰে মাহতে শান্তি নিৰমল ৰাতি।
আজি নিশা সপোনতে দেখিলো যুৱতী॥
লয়োৰে কৰপূৰ তামোল দৰ্শয় পিৰিতি।
এৰিয়ো কপত মায়া ভুঞ্জৰে সুৰতি॥
কন্যা বোলে নাখাওঁ তোৰ কৰপূৰ তামোল।
পাথৰে বান্ধিয়া চিত ৰাখিছো আমাৰ॥

আমিও ধৰিয়া আছো স্বামীৰ তপ ভং।
ভুঞ্জা গৈয়া অন্য নাৰী এৰা আমাৰ সং॥
শাশুৰীৰ দুখৰ ধন সি স্বামীৰ পৰাণ।
পৰৰ পুৰুষ দেখো আমি বাপৰে সমান॥
এই কথা শুনি সাউদৰ হৰষিত মন।
ঘাটে ঘাটে নৌকা ৰাখি দিলা নিদৰ্শন॥

আঘোনৰ মাহতে শান্তি হেমন্তৰে ধ্বনি।
তিতা না মধুৰ মিঠা লয়োৰে আপুনি॥



গাৰঁতে তুলিয়া দিম আগুন পাটৰ শাৰী।
দুই কাণে দিম তোক সোণাব মদন কৰি॥
গলত পিন্ধাই দিম তোক গজমতি হাৰ।
দুই বাহুই দিম তোক সোণাৰ জাবতাৰ॥
দশ আঙ্গুলি পিন্ধাম তোক দশ অলঙ্কাৰ।
লক্ষ টকাৰ যাদু দিম তোক কেশ বান্ধিবাৰ॥
কন্যাই বোলে নেওঁচি ফেলাম তোৰ অষ্ট অলঙ্কাৰ।
মই শান্তি লীলামতীক নুবুলিবি আৰ॥
যদি আৰু বাৰ বোলা সাউদৰে কোঁৱৰ।
লঘু হবি সাউদৰ কোঁৱৰ হৰাবো পৰাণ॥

পুহৰে মাহতে শান্তি পুষ্প অন্ধকাৰ।
তোমাৰ সাউদ ওলাই গ'ল লঙ্কাৰে নগৰ॥
শয়ন মন্দিৰ বাটে মজি গৈলা মন।
মদন ভেটিয়া যুৱত ৰাখা কি কাৰণ॥
বিলাওতো যৌৱন কন্যা আমাক কৰা দান।
বৃদ্ধ কালে দুইৰো থাকোক সুত পণ॥

মাঘৰে মাহতে শান্তি পৰিল চাৰি মাহ।
তই হেন শান্তি কন্যাৰ নপাইলো আশ॥
আমিতো সাউদৰ কোঁৱৰ নুহি কাৰো দাস॥
যাৰ সঙ্গে মাৰো কন্যা পাথৰ হুয়া পৰে।
তোৰ নিজ পতি লৈয়া কোনবাই খেলি কৰে॥

ফাগুনৰ মাহতে শান্তি মই বোলো তোমাকে ।
তোহোৰ লয়নু যুৱক বিলউ আমাকে ॥
তোহোৰ লয়নু যুৱক কৃপণৰে ধন ।
নিতে নিতে ধৰে ভাটী নধৰে উজান ॥
সাউদে বোলে শুনা কন্যা আমাৰ বচন ।
নিশ্চয় জানিবা আজি মোহাল চুৰ হম ॥
নিশ্চয় জানিবা আজি মোহাল চুৰ হম ।
আজি ৰাতি নিশা ভাগে মন্দিৰে সোমাম ॥
ভাঙিম তোমাৰ শান্তি-ধৰ্ম্ম পুষ্প ধৰিম বলে ।
দুই বাহু ভাঙিয়া কন্যা তুলি লম কোলে ॥
কন্যা বোলে শেতেলীতে থম লয়নু যৌৱন ।
চাৰি পাশে বহাই থম প্ৰহৰী চাৰি জন ॥
দুৱাৰ মুখে থম মই গজ মত্ত হস্তী ।
দশ আঙ্গুলে লগাই থম দশ খৰ বাটি ॥
পকুৰা কাচানে কাচিম নসহিবো বলে ।
সজাগে বহিয়া থাকিম মন্দিৰ ভিতৰে ॥
অন্য নাৰী নোহো মই বেভোলে থাকিবো ।
হাতে খাৰেৰ মাথাই পাগে ৰজনী পুহাইবো ॥
সাউদে বোলে শঙ্খো কাটিম ইপালি প্ৰহৰী ।
মোচৰি মাৰিম কন্যা গজ-মত্ত হস্তী ॥
থাপ দিয়া নুমাম কন্যা দশ খৰ বাটি ।
ভাঙিম তোমাৰ শান্তি ধৰ্ম্ম ৰাখিম খিয়াতি ॥



চৈতৰ মাহতে শান্তি তাৰা মুকলিলা ।
জীয়া জন্তুৰ মুকলিলা ঐ লক্ষ কমলা ॥
সকল ফুলে মুকলিলা কেতেকী বিলাস ।
বশ্য কালৰ স্বামী কন্যা নাহিলে তোমাৰ ॥
কন্যা বোলে সবে ফুল মুকলিলা ঐ ৰঙ্গ মালতী ।
ভোমৰা ৰূপে খেলি কৰে প্ৰাণৰ নিজ পতি ॥
বৈহাগৰ মাহতে শান্তি ভুঞ্জ পদোমণি ।
চম্পাৰ পাকৰি দিম তোক ফুলনি বিচনি ॥
আৰু দিম তোক ধন সোণ অমৃতৰ ফল ।
উত্তম সান্দাহ দিম তোক ই ডাব নাৰিকল ॥
কন্যা বোলে ই ডাবনাৰিকল আছে কিবা নাই ।
গোহালিতে খিৰাই আছে যোল্লশত গাই ॥
ঘিণে মোৰ বান্দী চেৰী পচুলি নাসাৰে ।
দিনে মালা মাইলেনী যোগাৱে আমাৰে ॥
কি কৰিম ধন সোণ অমৃতৰ ফল ।
পৰি পৰি আছে মোৰ ই ডাব নাৰিকল ॥
জেঠৰ মাহতে শান্তি নাগেশ্বৰৰ পাত ।
আকাশৰ চন্দ্ৰ দেখি বামনে মেলে হাত ॥
হাত মেলাহ বামন ঠাকুৰ হাত নাযায় দূৰ ।
হস্তিনীৰ পাছত ভুকে ঢেকুৰা কুকুৰ ॥
আহাৰৰ মাহতে শান্তি নিকলিলা ৰাতি ।
তোমাৰ সাউদ মৰি গৈছে কাঞ্চনীয়াৰ ভাঠি ॥

কাঞ্চনীয়াৰ ভাঠি আনি পেলাইলো টানিয়া।
শগুনে শিয়ালে খাইছে বেঢ়িয়া বেঢ়িয়া ॥
কন্যা বোলে যদি মৰা গেল হই কাঞ্চনীয়াৰ ভাঠি ।
আউল হল হই মাথাৰ কেশ হল হই নানান গতি ॥
যদি মোৰ হইয়াছে স্বামী গদাধৰ ।
বশ্য কালৰ স্বামী মোৰ আহিবো একবাৰ ॥
শাওঁণৰ মাহতে শান্তি বাৰিষা গম্ভীৰে।
আজি নিশা ৰাত্রি কন্যা যৌৱন কৰিম চোৰে ॥
কন্যা বোলে এনাই দেখা নাই সাউদৰ কোঁৱৰ ।
মায়েই তোমাৰ দোচাৰালি বাপিয়ে গোৱাল ॥
মায়েই তোমাৰ দোচাৰালি বাপিয়ে গোৱাল।
যিবা গুৰুই দিছে নাম অজ্ঞান বৰবৰ ॥
হাল বাৰে হালুৱাই মধ্যে দিয়া আলি ।
শিষ্য জাতি বেয়া হলি গুৰুই খাই গালি ॥
ভাদৰে মাহতে শান্তি ৰবি ভৈলা শেষ।
বিদায় দিয়া শান্তি কন্যা যাওঁ আপোন দেশ ॥
কন্যা বোলে তুমিতো লক্ষৰ পুৰুষ আমি হীন নাৰী।
বাপৰ শকতি কিবা বিদায় দিব পাৰি ॥
সাউদ বোলো বাপা বোলো মই বোলো তোমাকে ।
ধৰম সহিতে গুণ কৰহ আমাকে ॥
আহিনৰ মাহতে শান্তি আহিল সদাদৰ ।
শান্তিৰ শান্তি ধৰ্ম্ম তোৰ বুজিলো বিস্তৰ ॥



আগ বাঢ়ি লওৰে কন্যা সাত খাৰি হাৰ।
তোৰ নিজ পতি স্বামী আহিলো তোমাৰ ॥
লৰ মাৰে শান্তি কন্যা নাবান্ধে মাথাৰ কেশ ।
শাশুৰীৰ আগে গৈয়া হৈলা পৰবেশ ॥
শাশুৰী নোবোলো আই চৰণে ধৰো তোৰ ।
টিকৰ স্বামী ঘাটে আছি চিনাই দিয়া মোৰ ॥
লৰ মাৰে শাশুৰী নাবান্ধে মাথাৰ কেশ ।
ডিঙাৰ আগত যাই হৈলা পৰবেশ ॥
কোন ঠাই ৰাজ্যৰ সদাগৰ কোন ঠাই দিলা পাৰ।
কোন ঠাই তোমাৰ ঘৰবাৰী কোন ঠাই বাপ মাৰ ॥
সাউদে বোলে গাওঁৰ নাম নিতে-পাৰা বাপ লক্ষেশ্বৰ ।
আইৰ নাম হীৰামতী মোৰ নাম জয়ধৰ ॥
হৈতো হৈতো আই তোৰ টিকৰে স্বামী ।
ভিঙ্গিৰাতে জল আনি ধুৱাও চৰণ খানি ॥
নুধুৱাও চৰণ আই নাচাওঁ তাৰ মুখ ।
বাৰাও মাহে তেৰ দিনে মোক দিছে দুখ ॥
ইটো ৰাজ্যৰ ব্ৰাহ্মণ ঠাকুৰ আনাগৈ মাতিয়া ।
টিকৰ স্বামী ঘাটে আছি কৰাই দেক বিয়া ॥
ইটো ৰাজ্যৰ ব্ৰাহ্মণ ঠাকুৰ আনিলা মাতিয়া ।
টিকৰ স্বামী ঘাটে আছে কন্যাৰ অদজ বিয়া ॥
ইৰো ঘাটে বিৰো ঘাটে ভিঙ্গিৰাতে নিলা পানী।
ভিঙ্গিৰাত জল নিয়া ধুৱাই চৰণ খানি ॥

ভেটিয়া স্তুতিয়া কন্যা বহিল ডাইন হাতে ।
আকাশৰ চন্দ্ৰ জ্বলে সি স্বামীৰ সহিতে ।।
বাৰাও মাহত তেৰাও গীত বছৰে বলে আম ।
ইটো গীত বৰ্ণাইছে কোনে ৰাজা শ্ৰীৰাম ॥
ৰাজা শ্ৰীৰাম নুই জগতৰে বাপ ।
গাওঁতাৰ হোৱে পূণ্য শুনাৰ খণ্ডে পাপ * ॥

---

* "কন্যা বাৰমাহী" গীতটি নলবাৰী অঞ্চলত প্ৰচলিত । শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱাৰ "মিহলি বৰগীত" নামৰ পুঁথিত প্ৰকাশিত । আমাৰ প্ৰকাশিত বাৰমাহীৰ লগত তুলনামূলক আলোচনাৰ কাৰণে তুলি দিয়া হল । সম্পাদক ।

## সীতা বাৰমাহী গীত

দিহা—বাপু তুমি কোৱা গই ৰামৰ আগত ।
বৰি দুঃখ পাওঁ মই নিবিড় বনত ॥

পদ—বৈহাগৰ মাহতে বাপু নিছিলা হৰিয়া ।
ইন্দ্ৰে দিলা পুষ্পৰ মালা ব্ৰহ্মাক লাগিয়া ॥
অশোক বনত ৰাখি দিছিলা পৰীয়া ।
জেঠৰ মাহতে বাপু ছিলো তৰু তলে ।
মই সীতা নিদ্ৰা গলো বসুমতীৰ কোলে ॥
আহাৰৰ মাহতে বাপু পকে সৰে আম ।
সেই মাহতে পালো গৈ ঋষিৰ আশ্ৰম ।।



শাওণৰ মাহতে বাপু জল ধীৰে বয় ।
কিয় এত দুখ দিলা অহে দয়াময় ।।
ভাদৰ মহতে বাপু পালঙ্গে নাই ফুল ।
মই অনাথিনী সীতাৰ নাই জাতি কুল ।।
আহিনৰ মাহতে বাপু গৈলা আগবাঢ়ি ।
সাগৰত সেতু বান্ধি আনিলা উদ্ধাৰি ।।
কাতিৰ মাহতে বাপু অতি দুখ পাওঁ ।
মই অভাগিনী সীতাৰ নাই বাপ মাও !!
আঘোণৰ মাহতে বাপু শালিধানৰ বতাৰ ।
পুনৰপি ৰাম স্বামীক কৰিছো কাতৰ ।।
পুহৰ মাহতে বাপু অতি বৰ শীত ।
মই অভাগিনী সীতাৰ নাই থান থিত ।।
মাঘৰে মাহতে বাপু ধৰমৰ তিথি ।
বনবাস দিলা মোক গৰ্ভৰ সহিতি ।।
ফাগুণৰ মাহতে বাপু ফাকুৱা খেলায় ।
কিয় এত দুঃখ দিলা হেৰ দয়াময় ।।
চৈতৰ মাহতে বাপু চৈত্ৰেলী খেলায় ।
বনবাস দিলা মোক প্ৰাণৰ লখাই ।।
পূবে বায় ঢাক-ঢোল পশ্চিমে বাৱে বাঁহী ।
ইটো গীতৰ নাম থৈলা সীতা বাৰমাহী* ।।

---

* "সীতা বাৰমাহী" গীতটি অময়াপুৰ গাৱঁৰ অন্নৰাম ডেকাই তেখেতৰ পিতৃ শ্ৰীভেদেলু ৰাম ডেকাৰ পৰা ১৯৩৮ইং চনতে গোৱা শুনি নোট বহীত লিখি হৈছিল । শ্ৰীডেকাৰ পিতাকৰ বয়স বৰ্ত্তমান ৭৫ বছৰ মান হব । সম্পাদক

# সীতা বাৰমাহী গীত

দিহা—বাপু লক্ষ্মণ হে ওৰে বাপু কোৱা গৈ ৰামত।
বৰি দুঃখ পালো মই অশোক বনত ॥

পদ - বৈহাগৰ মাহতে বাপু নিচিলা হৰিয়া।
ইন্দ্ৰই দিলা পুষ্পমালা ব্ৰহ্মাৰ লাগিয়া।
জেঠৰ মাহতে বাপু ছিলো তৰু তলে।
মই সীতা নিদ্ৰা গৈলো লক্ষ্মণ উৰুতে ॥
আহাৰৰ মাহতে বাপু পকি সবে আম।
সেই বেলা ৰলো আসি ঋষিৰ আশ্ৰম ॥
শাওণ মাহতে বাপু জলে অৱতাৰ।
এৰে পৰা ৰাম স্বামীক কৰিছো কাতৰ ॥
ভাদৰে মাহতে বাপু পালঙে নাই ফুল।
মই অভাগিনী নাৰী নাই জাতি কুল ॥
আহিনৰ মাহতে বাপু গৈলা আগবাঢ়ি।
সাগৰত সেতু বান্ধি আনিলা উদ্ধাৰি ॥
কাতিৰে মাহতে বাপু অতি দুঃখ পাই।
মই অভাগিনী নাৰী নাই বাপ ভাই ॥
আঘোণৰ মাহতে বাপু শালিৰে বতৰ।
পুনৰপি ৰাম স্বামীক কৰিছো কাতৰ।
পুহৰে মাহতে বাপু অতি বৰ শীত।
মই অভাগিনী নাৰীৰ নাই ঠান থিত ॥



মাঘৰে মাহতে বাপু ধৰমৰে তিথি।
বনবাস দিলা মোৰে গৰ্ভৰ সহিতি ॥
ফাগুণৰ মাহতে বাপু ফাকুৱা খেলায়।
মই অভাগিনী নাৰী নাই বাপ ভাই ॥
চৈতৰ মাহতে বাপু চৈত্ৰালীক গাই।
বনবাস দিলা মোক প্ৰাণৰ লখাই ॥
পূবে বায়ে ঢাক ঢোল পশ্চিমে বাই বাঁশী।
ইটো গীতৰ নাম থৈছে সীতা বাৰবাসী* ॥

---

* আলোচনা মূলক তুলনাৰ কাৰণে এই গীতটি শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱাৰ "মিহলি বৰগীতৰ পৰা তুলি দিয়া হল। শ্ৰীঅন্নৰাম ডেকাৰ সংগৃহীত "সীতা বাৰমাহী'ৰ সৈতে কাহিনী একে যদিও শব্দৰ কিছু অমিল দেখা যায়। সম্পাদক

# নিমাই সন্ন্যাসীৰ গীত

(১)

দিহা—ওৰে বাচাৰে বাচা নিমাই ৰে
ওৰে বাচা যাই নিমাই জননী ছাৰিয়া এ
বাচাৰে বাচা নিমাইৰে

পদ—শয্যাত শুইয়া আছে, ওৰে বাচা সপোন দেখিলা পাচে
আজি নিমাই যাব কোন দেশে।

কেশৱ ভাৰতী আইলা ওৰে বাচা সন্নাসী হইয়া বৈলা
ওৰে বাচা কিবা মন্ত্ৰ দিলা নিমাইৰ কাণে ॥
কোনোবা মহন্ত জনে ওৰে বাচা মূল মন্ত্ৰ দিলা কাণে
ওৰে বাচা সেই নামে হৈ গৈলা সন্ন্যাসী।
হাতে লৈলা লাউ লোটা ওৰে বাচা কপালে তিলকৰ ফোটা
ওৰে বাচা যাই নিমাই সন্ন্যাসী হইয়া ॥
সন্ন্যাসী হইবাৰ মনে ওৰে বাচা বিবাহ কৰাইলি কেনে
ওৰে বাচা ঘৰে জ্বালি থৈ গৈলা অগনি ।
নাবান্ধে মাথাৰ চুলি ওৰে বাচা গাৰে লৈলা ভস্ম ধূলি
ওৰে বাচা কান্ধে লৈলা উত্তম লগুণী ॥
নাবান্ধে মাথাৰ কেশ ওৰে বাচা ধৰিলা সন্ন্যাসীৰ বেশ
ওৰে বাচা যাই নিমাই কতোৱাৰ ঘাটে ।
নিমাই যায় আগে আগে ওৰে বাচা শশী যায় পাচে পাচে
ওৰে বাচা তেওঁ নিমাই ফিৰিয়ো নাচায় ॥
নিত্যানন্দ দেৰে কয় ওৰে বাচা নিমাইতো আপোনাৰ নুই
যাৰে নিমাই সেই লৈয়া যায় ॥

———

# নিমাই সন্ন্যাসীৰ গীত

(২)

দিহা—ওৰে গৌৰাইৰে গোৰাই।
পদ—শোকে বিদৰে কাইলনীৰ মাইৰে
ও গৌৰাইৰে গৌৰাই।
পণিয়া পিতিয়া মই বিবাহ কৰাইলো
উত্তমা পণ্ডিতৰ জী ॥
কালি বিবাহ কৰাই আজি সন্ন্যাসী হৈলা
লক্ষ্মীৰ উপায় হবো কি ॥
মায়ে কাটি দিয়া সৰু সূতা খেনি
বৈনী বনাই দিয়া টানা।
মাথাৰে পাগুৰী নিয়াৰে ভিজাবো
মুখ খানি জ্বলে কেচা সোণা।
মাৱে কান্দান কান্দে হা পুতাই পুতাই বুলি
বৈনী কান্দে সদৰৰ ভাই।
দুৱাৰ মুখত বহি লক্ষ্মী কান্দান কান্দে
ই বেলি থাকা গোসাই।।
কে দিবো ৰান্ধিয়া কে দিবো বাৰিয়া
কে দিবো এ অন্ন পানী ।
গধূলি পৰতে কাৰ ঘৰে ৰহিবা
কে দিবো এ বাহা খানি।।

বাবিৰাৰ নদীয়া লোক হেৰা দেখা চাঁন্দমুখ
মোৰ নিমাই সন্ন্যাসে যায় ।
যত গৃহ বাস সবাকো দিবোৰে
মোৰ নিমাই ঘৰে ফিৰি আয় ॥
চৈতন্য গোসাই বোলে শুনা শশী ঠাকুৰাণী
মোক লেগি নকৰিবা হানি ।
পুত্ৰক বিদায় দিয়া ধূলাই ধূসৰ কায়া
নাকান্দা শশী ঠাকুৰাণী ॥
চৈতন্য গোসাই বোলে শুনা শশী ঠাকুৰাণী
মোক লেগি নকৰিবা ধান্দা ।
কলিৰ লোকেহে মলিয়ন পৰিব
হৰিৰ নাম গলে বান্ধা ।

## নিমাই সন্ন্যাসীৰ গীত

(৩)

কান্দে শশী পটেশ্বৰী কান্দে নিমাইৰ গুণকে সুমৰি ।
হাততে হৰাইলো মোৰ সোণাৰে পুতলি ॥
যেতিক্ষণে নিমাই আসি গৰ্ভে স্থিতি ভৈলা ।
ধন-জন ঐশ্বৰ্য্য বিভূতি বহু হৈলা ॥
উপজি মাতিলা তুনাই মাই মাই বুলি ।
অদ্ভুত দেখিয়া শশী মৰিলা সমূলি ॥



দুয়ো হাতে অন্ন খাই আৰু বান্ধে চুলি ।
তেতিয়াই জানিলো মই নাৰায়ণ বুলি ॥
চতুষ্পাৰ্শ্বে নিমাইক বৈষ্ণৱে আছে বেঢ়ি ।
তেতিয়াই জানিলা শশী নিমাই যাইবো এৰি ॥
নিত্যানন্দ বলভদ্ৰ লক্ষ্মী গদাধৰ ।
চতুষ্পাশ্বে নিমাই যাই জগন্নাথে ৰল * ॥

---

* শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱাৰ "মিহলি বৰগীত"ৰ পৰা সংগৃহীত ।

## সাউদ বণিজক যোৱা গীত ★

দিহা—ৰামবোল হৰি বোল হে ।

পদ—যেতিয়া আছিলোঁ মই মাও বাপৰ ঘৰে,
তেতিয়া নগৈলা কেনে লঙ্কাৰ বণিজে হে ।
ধনৰ কঙাল সাউদ ধনকে কৰা সাৰ
বাপ মাও ধন দিব বলধে উঠিয়া ।
বাৰীৰে ভলুকা কাটি নাৱৰ দিলা চৈ,
নালাগে সাউদ বণিজে যাব যাউক ছোট ভাই ।
বাৰীৰ বগৰি কাটি নাৱৰ দিলা গুড়া ।
নালাগে সাউদ বণিজে যাব যাওঁক শহুৰ বুঢ়া ॥
মাঝিক দিব টকা টকা গুৰিয়ালক দিব সোণা ।
আমাৰ সাউদ বণিজে যায় সবে দিওঁ মালা ॥

লীলাৰতীৰ কান্দনতে গৰ্ভে গৰভ লৰে ।
কেঁচা বিৰিখৰ পাত সিওঁ সৰি পৰে ॥
আমি যাইবো দূৰ দেশে মনে বৈব ধান্দা ।
আমাৰ হাতৰ মোহন বাঁশী থৈয়া যাব বান্ধা ॥
বালিৰ ওপৰ খাইবা ভাত, নৌকাৰ ওপৰ শুইবা ।
ৰজনী প্ৰভাত হইলে কাৰ মুখ চাইবা ॥

* ৺হেমচন্দ্ৰ গোস্বামীৰ "অসমীয়া সাহিত্যৰ চানেকি"ৰ পৰা সংগৃহীত ।

## কৌশল্যাৰ-বিলাপ ।

দিহা—বনবাসে যায় ৰাম ৰঘুমণি অ'
আৰে ৰাম সৰ্ব্বলোকে কয় ৰামে ৰাজা হয় ।

পদ—আনন্দে নধৰে হিয়া । হে ৰাম ৰাম
ৰাম হেন পুত্ৰক বনবাসে পঠাইলা
বুকুতে আগনি দিয়া । অ' ৰাম হৰি
আৰে ৰাম সৰ্ব্বলোকে কয় ৰামে ৰাজা হয় ।
যত ধন-জন বস্ত্ৰ অলঙ্কাৰ অ'
সবাকে দিবাক পাৰু । হে ৰাম ৰাম ।
ৰাম হেন পুত্ৰক বনবাসে পঠাইলা
ইয়াৰ সন্তাপে মৰো ।
অ' হৰি ৰাম ।



আৰে ৰাম সৰ্ব্বলোকে কয় ৰামে ৰাজা হয়
শুনৰে কৈকেয়ী নিদাৰুণী তই অ'
তোকে বোলো প্ৰিয় বাণী । হে ৰাম ৰাম ॥
অন্য বৰ লওঁ, ৰামে ৰাজা হয়
ৰাখা মোৰ প্ৰাণ খানি । অ' হৰি ৰাম...।
আৰে ৰাম সৰ্ব্বলোকে কয়, ৰামে ৰাজা হয় ।
বাৰীৰে শুভঙ্কাৰ ডাব নাৰিকল অ'
মৈজাৰ শুভঙ্কাৰ লতা । হে ৰাম ৰাম ।
শয্যাৰ শুভঙ্কাৰ সীতা । অ' হৰি ৰাম ।
আৰে ৰাম সৰ্ব্বলোকে কয় ৰামে ৰাজা হয় ।
ইটো বৃন্দাবনে পখীও নচৰে অ'
কি পখী পাৰে হৈ ৰাম । হে ৰাম ৰাম ।
অযোধ্যা নগৰে কান্দি কান্দি কহে
ৰামৰে কৌশল্যা মাৱ ॥
অ' হৰি ৰাম ।
আৰে ৰাম সৰ্ব্বলোকে কয় ৰামে ৰাজা হয় ॥

———

## হৰিণা পহুৰ গীত

দিহা—কান্দে হৰিণা পহু অৰণ্যৰ মাজেৰে ।

পদ -হৰিএ বিয়াধে পাতিছিল ফান্দ মাটি আৰাল কৰি । বে
নাজানি হৰিণা পহু ফান্দে দিলা ভৰি ॥ ৰে
ফান্দে পৰি হৰিণা পহু কৰে হায়ৰে হায়
অন্যে নঠগিলা মোক ঠগিল গোঁসাই ॥
হৰিএ লালিতে নাপাইলু প্ৰভু পালিতে নাপাইলু
ডুবাই যেন ডিমা পাৰি পালিতে হৰাইলু ॥ বে
ছায় সৱে লগ লাগি ক্ৰন্দন জুৰিলা ।
জগতৰ শ্ৰীকৃষ্ণই সাক্ষাৎ দেখা দিলা ॥ ৰে
কহয় মাধৱ দাসে পহু ভাগ্যৱতী । ৰে
জনমে জনমে হৌক কৃষ্ণতে ভকতি ॥ বে

---

## গোপী-বিৰহ

দিহা—গোপিনী কান্দা হৈহা-মোৰ প্ৰাণনাথ ।

পদ—গোপিনী কান্দা হৈ হা-মোৰ প্ৰাণনাথ
কি নিলা চোৰে ৰে ইটো বৃন্দাবনৰ মাজ
এই চুপি বিৰিন্দাবন জ্বালিলা অগনি প্ৰিয় আহাৰে
পুৰি যাওঁক বৃন্দাবন মৰক গোপিনী ॥



হে মোৰ প্ৰাণনাথ ।
পুৰি গৈল বৃন্দাবন উৰি গৈল ছাই ।
গোকুলৰ গোপিনী কান্দে কৃষ্ণ গুণ গাই ॥
এই ফালেদি গৈছে কৃষ্ণ খঞ্জ আছে পৰি ।
গোপিনী বিনাই কান্দে কৃষ্ণ গুণ স্মৰি ॥
চৈতে চতুৰা পখী কান্দে "পিয়া-পিয়া" ।
বিধাতাই বঞ্চিত কৰে হাতে নিধি দিয়া ॥
কহয় মাধৱ দাসে গোপী ভাগ্যৱতী ।
জনমে জনমে হৌক কৃষ্ণত ভকতি ॥

---

## দ্ৰৌপদীৰ বিলাপ গীত

( ১ )

দিহা—কান্দে দ্ৰৌপদী কৃষ্ণক সুমৰি অ'
ভকত বৎসল হৰিহে ৰাম ৰাম
ভকত বৎসল হৰি ।

পদ—কান্দে দ্ৰৌপদী কৃষ্ণক সুমৰি
ভকত বৎসল হৰিহে ৰাম ৰাম
ভকত বৎসল হৰি ।

ৰজস্বলা নাৰী ৰাজ সমাজক
চলি যাইবো কেনে কৰি ॥ অ' হৰি হৰি···।
বিহানে উঠিহে গা চিলান কৰিহে
সত্য যাইবো তোৰ ঘৰে ।
দাসী কৰি নিয়া বিকি ধন খোৱা
নিশ্চয় কৈলো তোমাৰে । অ' হৰি ৰাম···।
কেশত ধৰিহে দুঃশাসন বীৰেহে
সমাজৰ মাজকে নেই ।
দুষ্ট দুৰ্য্যোধনৰ উৰুক দেখাইলা
শোকে প্ৰাণ ফুটি যায় ॥ অ' হৰি ৰাম···।
অকৰ্ম্ম দেখিহে দুনাই বিদুৰেহে
সমাজৰ মাজকে গৈলা ।
হে হৰি হৰি অন্ধে লাবে পুত্ৰ
দিনতে দুই চক্ষু খাইলা ॥ অ'হৰি ৰাম···।
আঞ্চলে ধৰিহে বিবস্ত্ৰ কৰিহে
কৌৰৱৰ মনত ৰঙ্গ ।
বস্ত্ৰ লৈয়া হৰি আৱৰি ধৰিলা
নেদেখিলা একো অঙ্গ ॥ অ' হৰি ৰাম···
গদাক ধৰিহে বীৰ বৃকোদৰহে
ক্ৰোধে কৰে অঙ্গীকাৰ ।
দুষ্ট দুৰ্য্যোধনৰ উৰুক ভাঙ্গিবো
দুঃশাসনৰ ৰক্তপান ॥ অ' হৰি ৰাম ।

———

# দ্ৰৌপদীৰ বিলাপ

( ২ )

দিহা—অ' বিধিহে মই কোন ক্ষণে জনম লভিলু ।
পঞ্চ স্বামী সমে মই অনাথিনী হৈলু ॥ প্ৰাণ কৃষ্ণাই অ'

পদ—আছিল দেৱৰ বৰে জন্মিলু দ্ৰুপদ কৰে ।
পিতৃ নাম থৈলা যাজ্ঞসেনী । প্ৰাণকৃষ্ণাই অ'
সহদেৱে ৰাখে পালে নকুল গৈলা ঘোঁৰাশালে
যুধিষ্ঠিৰে মাৰা পাশাৰ সাৰি । প্ৰাণ কৃষ্ণ অ'
যাহাৰ গদাৰ চোটে মেদিনী মেলায় ফাটে
সিও ভৈলা মৎস্যৰ ৰান্ধনি । প্ৰাণ কৃষ্ণাই অ'
যাহাৰ টঙ্কাৰ ধ্বনি দেৱ লোকে থাকে শুনি
সিও ভৈলা নাৰীৰ আকাৰ । প্ৰাণ কৃষ্ণ অ'
চন্দন পিষন্তে মোৰ দশ নখ ভৈলা ক্ষয়
কীচকেসে চাহে হৰিবাক । প্ৰাণ কৃষ্ণাই অ'
কহয় মাধৱ দাসে প্ৰেম ভক্তি-ৰস আশে
ডাকি সদা বোলা হৰি হৰি । প্ৰাণ কৃষ্ণাই অ" ॥

———

## অভিমন্যুৰ বিলাপ গীত

দিহা—কান্দে বীৰ অভিমন্যুহে ।

আজিহে কৌৰৱে মোৰ ভৈলা যমকাল ।। ৰে

পদ—শিখিবে খুজিছিল শৰ নিশিখিলু আগে

বেহু-ভেদি ভেদি আহিবা নিশিখালে বাপে ।। ৰে

কোথা ধৰ্ম্ম যুধিষ্ঠিৰ বীৰ বৃকোদৰ ।

কিমতে কৰিম মই যুদ্ধ নাহি ধনু-শৰ ।। ৰে

কোথা নকুল সহদেৱ পিতা ধনঞ্জয় ।

কিমতে কৰিম মই যুদ্ধ নাহিকে সহায় ।। ৰে

কোথায় শুভদ্ৰা সতী যাদৱী মোৰ আই ।

মোৰ পৰ আই তোৰ পুত্ৰকে নাই ।। ৰে

প্ৰাণৰ অধিক মোৰ উত্তৰা কুঁৱৰী ।

তোহোক বিধৱা কৰি গৈলু যমপুৰী । ৰে

কোথায় মাতুল শ্ৰীগোৱিন্দ অৰ্জ্জুন মোৰ বাপ

মৃত্যু কালে নাদেখিলু এই মনস্তাপ ।। ৰে

ৰণে পৰি অভিমন্যু কৰে হায়ৰে হায় ।

আজি কেনে দেখা নেদা মাতুল সহায় ।। ৰে

কহয় মাধৱদাসে এহি বাৰে বাৰ ।

ৰণেপৰি অভিমন্যু গৈল যমঘৰ ।। ৰে

—

## শ্ৰীৰাধিকাৰ নিগূঢ় বিলাপ গীত

দিহা—সখীহে এত দুঃখ কব কাৰ ঠাই ।

আসিল মাধৱী মাস নাসিল কানাই ।।

পদ—মুনিবিভি ত্ৰিগুণ কৰি বেদত মিশ্ৰিত কৰি

দেখ সখী একত্ৰ কৰিয়া ।

হামু অভাগিনী ৰামা বিধি মোৰ ভৈলা বামা

গ্ৰাসি বুলি বাণ গুচাইয়া ।

সুৰ অৰি ৰিপু মিতা তাহান সেৱক পিতা

বাহনক দেখি লাগে মন্যু ।

তিনি অক্ষৰ ধৰি শেষাক্ষৰ পৰিহৰি

তান সুত দহে মোৰ তনু ।।

বাণ গণিয়া লৌ বেদ দূৰ কৰি থৌ

তাকে লাগি ত্যাজিব পৰাণ ।

ত্ৰয়োদশ সম কৰি বাণ বসু পৰিহৰি

ললাটত তাহাৰি সমান ।।

ৰাম সাগৰে পূৰি নিশাপতি ঊণ কৰি

তাকে ভক্ষি ত্যাজিব পৰাণ ।

কহে কবি কালিদাসে ভাঙ্গিয়া পণ্ডিতৰ ভাষ

কেনে গোপী কৰা অপমান ।।

# আই গোসাঁনীৰ বিলাপ গীত।

## ( বিধবাৰ কাহিনী গীত )

দিহা—ৰাম প্ৰভু, ৰাম ৰাম হে ৰাম।
হায়! ৰাম প্ৰভু, হৰিহে ৰাম ॥

পদ—স্বামীৰ শোকত শৰীৰ শুখাইল
খহি পৰে হেম-হাৰ।
স্বামী অবিহনে কিমতে বহিবো
ইটো বিধৱাৰ ভাৰ ॥
শিখেৰ সিন্দুৰ খণ্ডিল অপাৰ
আৰো দিব্য অলঙ্কাৰ।
স্বামী অবিহনে কিমতে বঞ্চিবো
দিনতে দেখোঁ আন্ধাৰ ॥
ৰমানন্দে ভৈলা গলৰে গলহাৰি ( গলত পিন্ধা হাৰ)
পুৰুষ উত্তম জাৰি।
স্বামীৰ লগত যাইবাক নপাইলে
বৈকুণ্ঠ পয়াণ কৰি ॥
সোণৰ খাটত কোনো শুতিবেক
চামৰ ঢুলাইব কোনে।
হৰি হৰি হৰি ই দুঃখ সুমৰি
আতিকে মিলাইবা দুঃখ।
গুৰুৰ চৰণ হৃদয়ে ধৰিবা
কহয় মাধৱ দাস ॥

———

# ৰামায়ণৰ গীত

## ( ১ )

দিহা—মুনি বোলে ওহে শ্ৰীৰাম
নিমন্ত্ৰণ কৰিছে।
মিথিলাতে জনক ৰাজাই
স্বয়ম্বৰ পাতিছে ॥

পদ—অহল্যাক উদ্ধাৰিলা প্ৰভু ৰাম হৰি।
গৈলা তাৰ পাছে ৰামে মিথিলা নগৰী ॥
আগে চলে বিশ্বামিত্ৰ পাছত লক্ষ্মণ।
মধ্যাতে গম্ভীৰ ৰাম কৰিলা গমন ॥
জগতৰ যতলোকে বেঢ়ি বেঢ়ি চায়।
কিনো অপৰূপ ধৰে কাহাৰ তনয় ॥
হাঁসি হাঁসি বিশ্বামিত্ৰ বুলিলা বচন।
দশৰথ পুত্ৰ জানা ৰাম যে লক্ষ্মণ ॥
সীতাই দেখিলন্ত পাছে তনু সুকোমল।
চিন্তিলা মনতে দেৱী চৰণ যুগল ॥
নালাগে ভাঙিব ধনু এৰা পিতা পণ।
জনক ৰাজাক সীতাই বুলিলা বচন ॥
জগতৰ ৰাজাগণে তুলিলন্ত হাঁসি।
জানকীক লাগি সবে বৰ হাবিলাসি ॥

দশৰথ পুত্ৰ ৰাম লক্ষ্মণ ধনুৰ্দ্ধৰ ।
নিশ্চয় জানিবা পিতা জগত ঈশ্বৰ ॥
ৰাঘৰে বান্ধিলা পীত বস্ত্ৰ কঁকালতে ।
আগবাঢ়ি যায় ৰামে ধৰিলা ধনুতে ॥
বাম হাতে ধনু তুলি ভাঙিলা মধ্যতে ।
চমকিত ভৈলা যত ৰাজা সমাজতে ॥
সীতা আয়ে ৰামৰ মূৰত দিলা মালা ।
হৰষিত দেৱগণে পুষ্প বৰষিলা ॥

——

## ৰামায়ণৰ গীত

(২)

দিহা—মইও বনে যাওঁ স্বামীহে, অ' স্বামী নকৰা নৈৰাশ ।
তোমাৰ লগত স্বামী খাতিম বনবাস ॥

পদ—উপৰে সূৰুযৰ ছাতি তলে তপ্ত বালি ।
কেনমতে যাবা সীতা সুকোমল নাৰী ॥
দণ্ডকা বনতে আছে বাঘ সিংহ হাতী ।
কেনমতে যাবা সীতা তুমি নাৰী জাতি ॥
থাকক বাঘ সিংহ হাতী নকৰো মই ভয় ।
আমাৰ লগত যাব লক্ষ্মণ সহায় ॥



আগে চলে ৰামচন্দ্ৰ মধ্যত জানকী ।
তাৰ পাছে চলি গৈলা লক্ষ্মণ সাৰথি ॥
হাতত সাৰঙ্গ ধনু পিঠিত তূণ-বাণ ।
দণ্ডকা বনক ৰাম কৰিলা গমন ॥
কুসুমে বিন্ধিলা পাৱ ৰক্ত বৈ যায় ।
আননি-বিননি কান্দে সীতা দেৱী আই ॥
ৰামে কাটে বৃক্ষ ডালি লক্ষ্মণে ধৰে শিৰে ।
তাৰ ছায়াই সীতা দেৱী চলে ধীৰে ধীৰে ॥
কুশ কাটি লক্ষ্মণ বীৰে শয্যাক সাজিলা ।
তাৰ উপৰ সীতা দেৱী শয়ন কৰিলা ॥
কহয় মাধৱ দাসে সীতা ভাগ্যৱতী ।
জনমে জনমে হৌক ৰামত ভকতি ॥

——

## ৰামায়ণৰ গীত

(৩)

দিহা—ঐ আৰে মই বনে যাওঁ স্বামীহে
স্বামী নকৰা নৈৰাশ—হৈ ৰাম ৰাম
তোমাৰ লগত স্বামী খাটিম বনবাস ।

পদ—দণ্ডকা অৰণ্যে আছে সিংহ ব্যাঘ্ৰ হস্তী ।
কেনমতে যাবা তুমি শিশুমতি অতি ॥

থাক থাক সিংহ ব্যাঘ্ৰ নকৰো মই ভয়।
তোমাৰ লগত মোৰ লক্ষ্মণ সহায়॥
উপৰে সূৰুয চাটা তলে তপ্ত বালি।
কেনমতে যাবা তুমি সুকোমল নাৰী॥
আগে চলে ৰামচন্দ্ৰ মধ্যাতে জানকী।
পাচে পাচে চলি যায় লক্ষণ ধানুকী॥
ৰামে ৰোৱা বৃক্ষ ডালি লক্ষ্মণে লয়ে শিৰে।
তাৰ তলে সীতা দেৱী চলে ধাৰে ধাৰে॥
ৰামে ৰোৱা তুলসী ডালি লক্ষ্মণে ঢালে পানী।
চান গোবৰ দিয়া মোচে সীতা ঠাকুৰাণী॥
কহয় মাধৱ দাসে সীতা ভাগ্যৱতী।
জনমে জনমে হৌক ৰামত ভকতি *॥

---

* মোৰ সংগৃহীত গীতটিৰ লগত এই গীতটিৰ সম্পূৰ্ণ একে হলেও পিছৰখিনি মোৰ সংগৃহীত গীতটিত নাই। এই গীতটি শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱাৰ "বৰগীত"ৰ পৰা তুলনামূলক আলোচনাৰ কাৰণে তুলি দিয়া হ'ল।

—সম্পাদক

# যশোদাৰ বিলাপ গীত

(১)

দিহা—অ' বান্ধৱ কোন বনে গৈলা মোক এৰি থৈ

পদ - বনতে কান্দে ঐ বনৰে হৰিণী।
বিৰিখে কান্দে কুলি॥
আকুলি-বিকুলী যশোদাই কান্দে ঐ
মোৰে ৰাম কানু বুলি॥
কাহাকে খুৱাইবো কাহাকে ধুৱাইবো
কাহাকে শোৱাম মই খাটে।
গধূলি বেলিকা পদূলি ওলাই
কাহাকে নিৰিখিম মই বাটে॥
চালতে শুকাইল এ ৰঙ্গ মালতী
ভাৰাতে শুকাইল দৈ।
দিনৰে দিন মান কৃষ্ণকে ভাবিলোঁ
ভাৰাতে লৱনু থৈ॥
প্ৰভাতে উঠিয়া কাহাৰে মূৰতে
পিন্ধাম মই ময়ূৰৰ চূড়া।
সুঠাম কাংকালে কাহাকে চৰাম মই
সূক্ষ্ম পীত বস্ত্ৰ ধৰা॥

ক্ৰূৰ অক্ৰূৰে হিয়া খালি কৰি
হৰি নিলা ৰথে তুলি ॥
দূৰৰ পৰাহে কোনেনো মাতিব ।
আই ক্ষীৰ দিয়া বুলি ॥
যশোদাৰ মন পোৰে ঘনে ঘন
কান্দে বৃন্দাবনক চাই ।
কৃষ্ণ পদ ধূলি শিৰে লৈয়া তুলি
মূৰুখ মাধৱে গাই ॥

——

## যশোদাৰ বিলাপ গীত

( ২ )

দিহা—যশোদাই ডাকে ঐ মোৰ বাছা কৃষ্ণ হে
কোন বনে গৈলি মোক এৰি ঐ ॥

পদ—আজি কৃষ্ণই অন্নকে খোৱা নাই
বেলি গৈলা ভাটিয়াই ।
এনে লাহোৰ কাংকাল বায়ুতে হালে ঐ
দেখি প্ৰাণ ফাটি যায় হে ॥
আজি শ্ৰীকৃষ্ণক অক্ৰূৰে লৈয়া যায়
গোপীৰ চেতনা নাই ।



চেতন লভিয়ে কান্দিব লাগিলা
কৃষ্ণৰ গুণ বৰ্ণাই হে ॥
চালতে শুকাইল ঐ ৰঙ্গ মালতী
ভাৰাতে শুখাইল দৈ ।
দিনৰ দিনটো কৃষ্ণকে ভাবিলোঁ
ভাৰাতে লয়নু থৈ হে ॥
তোমাৰ বাঁহীটি ঘৰে ৰৈলা পৰি
আৰো শিঙা বেত বেনু
সকল বালকে গো ধেনু চাৰে ঐ
ঘৰে নাই ৰাম কানুহে ॥
যশোদাৰ মন পোৰে ঘন ঘন
কান্দে বৃন্দাবনক চাই ।
কৃষ্ণ পদ ধূলি লৈয়া শিৰে তুলি
দীন মাধৱে গুণ গায় হে ॥

——

## শ্ৰীকৃষ্ণৰ বিলাপৰ গীত

দিহা—অৰে অ' আই
কি দোষ কৰিলো তোৰ,
বিনা অপৰাধে আমাক বান্ধিলি
ধৰিলি লৱনু চোৰ ।

পদ—বসুদেৱৰ ঘৰে মই জনম ধৰিলোঁ
আই বুলি মাতিলোঁ তোক।
তই কাঠ-বাজী কৈত পুত্ৰ পাইলি
বিগুঠি মাতিলি মোক॥

পঞ্চম বৰিষে মই গৰু চাৰিলো
বনে বনে খালোঁ ভাত।
পেটৰ ভোকত গোপীৰ গৃহত
খুজিয়া নাপালোঁ মাত॥
মই লৱণু নাখাওঁ বলাই লৱণু খালে
বালকে লগাইল খল।
তই কাঠ-বাজী আমাক বান্ধিলি
বান্ধি থলি উৰুখল॥

কহয় মাধৱ শুনা বন্ধু সৱ
এৰিয়া বিষয় ধান্দা।
বিষয় আল-জাল বিষয় জঞ্জাল
হৰি-নাম গলে বান্ধা॥

——

# কানাইৰ চাতুৰী

দিহা—"আলো মাই, গালি তুমি নাপাৰিবা মোৰে।
যত অপমান মোৰে দিয়া আছা বাৰে বাৰে
ভালে আমি সৈয়া আছো তোৰে॥

পদ—কোন ছাৰ পুৰাতন সে কড়া তুইৰ ধন
কলসী ভাঙ্গলো দেখি ৰাগে।
হৈবাৰ নৰৈল মোৰ যেন মায়া খট-চোৰ
বান্ধিলা গৰুৰ লৈয়া পাঘে॥
এহি অপমান খানি নসৈলা নন্দৰ ৰাণী
আৰৰ সহিবা তুমি কি।
তোমাৰ লক্ষণ দেখি জগতে জানিলা তুমি
যেন বৰ মানুষৰ ঝী॥
তপ জপ যজ্ঞ যত নাহি দান পূণ্য ব্ৰত
আছিলা জনম আঁঠুকুৰি।
আমি পুত্ৰ হুৱা আসি সি দোষ কৰিলো দূৰ
আৰে তোমাৰ আমাত চাতুৰী॥
আতি নিদাৰুণ জানি যুৱা কালে নুপজিলোঁ
বৃদ্ধ কালে পুত্ৰ ভৈলোঁ এথা।
সামান্য নাৰীও জানে, বৃদ্ধ হুয়া নজানিলি
আপোন পুত্ৰৰ দায়া-বেথা॥

জগত ঢাকিয়া ঘোৰ দুৰ্যশ থাকিল মোৰ
নাকৈলা আমাৰে কোন কাম।
যত উপকাৰ গুণ সকলে ঢাকিলা দিয়া
আমাক লৱন্ত চোৰ নাম॥
ৰাজাৰ কুমাৰ হৈয়া গৰু চাৰি খাওঁ ভাত
দুৰ্গম সঙ্কটময় বনে।
তথাপিতো আমি ভাল বোলাইবাক নপাৰিলোঁ
আৰ ভাল বোলাইবো কমনে॥
সহিয়া থাকিলে ভাল সকল জগতে বোলে
উচিত কহিলে লাগে দ্বন্দ।
যত বোল মাত মানে সকলো শুনিলোঁ আমি
তথাপিতো আমি ভৈলো মন্দ॥
অপমান সহিবাক নপাৰি পলাই যাইবোঁ
কংসৰ নগৰী মধু-পুৰ।
আমাকে নপায়া লাগ কান্দিয়া মৰিবা পাছে
সকল ভাৱনা হৈব দূৰ”॥
যাহাৰ মায়াৰ অন্ত ব্ৰহ্মা হৰে নপাৰন্ত
হেন হৰি চাতুৰী খেলাই।
কহয় মাধৱ প্ৰভু আৰ কিছু নুবুলিয়ো
তোমাৰ জননী দুখ পাই *॥

* মাধৱদেৱৰ ৰচিত "বড়গীতৰ" পৰা সংগৃহীত।

# বিৰহিণী বোৱাৰীৰ বিলাপ

দিহা—শূন্য ঘৰ চাই থাকো কেনেকই অ'ই
ও' মোৰ শাহু আই, শোকে পুৰে তোক মোক।
নগৰে নগৰে বিচাৰি আহিলু ঐ
ও' মোৰ শাহু আই, স্বামীক লাগাল পাম ক'ত

পদ—কোন সন্ন্যাসী নিমাইক লগ পাই।
ও' মোৰ শাহু আই, এৰি গৈলা তোক মোক॥
মৰম তেজিয়ে কিনো চিতে গৈলা।
ও' মোৰ শাহু আই, শোকে বিদাৰিলা মোক।
চোতালৰ আগতে সাৰ পানী দিয়া।
ও' মোৰ শাহু আই, ৰুলো ছিৰী ফলৰ গছ॥
হাত যেন পাতিয়ে বেহাৱা নাপালোঁ।
ও' মোৰ শাহু আই, কালে ধৰি আছে পাছ॥
বিহানে উঠিয়া কাহাকে জগাবো।
ও' মোৰ শাহু আই, চন্দ্ৰ মুখ দেখিবো কাৰে॥
অবলা ৰমণী জানিবা সদায়।
ও' মোৰ শাহু আই, শূন্য ঘৰ হৈলা মোৰ এ॥
নবীন বয়সে স্বামী এৰি গৈলা।
ও' মোৰ শাহু আই, অভাগীৰ কৰমৰ দোষে॥

সুগন্ধি ফুলৰে হাৰমাল গাঁথি ।
ও' মোৰ শাহু আই, পিন্ধিবো কাহাৰ গলে ।
পিঠা পৰমাণ, বঁটা ভৰা পান ।
ও' মোৰ শাহু আই, তুলি দিবো কাহাৰ হাতে ।
মোৰ দুঃখৰ কথা কাহাতে কহিবো ।
ও' মোৰ শাহু আই পদ ধূলা লৈবো মাথে ।
সৰ্ব্ব অলঙ্কাৰে পিন্ধো হেমহাৰ
ও' মোৰ শাহু আই, সদায় ভাল বস্তু খায় ।
অৱলা ৰমণী জানিবা সদায় ।
ও' মোৰ শাহু আই, মনত সুখ শান্তি নাই ॥
এহিয় কাৰণে আহিয়া ভূতলে ।
ও' মোৰ শাহু আই, সাবিত্ৰী বেহুলা সতী ॥
নিজৰ শক্তিৰ গুণে দেৱতাৰ ভূৱনে ।
ও' মোৰ শাহু আই, শুনা ৰাম জীয়ে আনে ॥

---

## পগলা-পাগলীৰ গীত ।

দিহা—দেউতাৰ পদূলিত গোন্ধাইছে মালতী ।
কেতেকী মলে-মলাই ঐ গোবিন্দাই ৰাম ॥
পদ—তেতেলিৰ তলতে কাৰো তাঁতে বাতি ।
পাহুৰি আহিলোঁ কুচি ঐ গোবিন্দাই ৰাম ॥



কুচিৰে লগতে পগলাই কিলাব
যামে আইৰ ঘৰলৈ গুচি ঐ গোবিন্দই ৰাম ॥
মাৰৰ ঘৰলৈ যাব় তই পাগলী
বাটত খাপে দিয়ে ধৰিম ঐ গোবিন্দাই ৰাম ॥
বাটত খাপে দিয়ে ধৰ তই পগলা
হাবিত লৰে মাৰি সোমাম ঐ গোবিন্দাই ৰাম ॥
হাবিত লৰ মাৰি সোমাব় তই পাগলী
হাবিত জুই দিয়ে ধৰিম ঐ গোবিন্দাই ৰাম ॥
হাবিত জুই দিয়ে ধৰ তই পগলা
ধোঁৱাৰে লগতে উৰিম ঐ গোবিন্দাই ৰাম ॥
ধোৱাৰ লগতে উৰ তই পাগলী
হাঁকুটী জোৰায়ে ধৰিম ঐ গোবিন্দাই ৰাম ॥
হাঁকুটী জোৰায়ে ধৰ তই পগলা
তোৰে বৰ পুখুৰীত পৰিম ঐ গোবিন্দাই ৰাম ॥
মোৰ বৰ পুখুৰীত পৰ তই পাগলী
জুলুকি বায়ে ধৰিম ঐ গোবিন্দাই ৰাম ॥
জুলুকি বাইয়ে ধৰ তই পগলা
শামুকৰ জনমে ধৰিম ঐ গোবিন্দাই বাম ॥
শামুকৰ জনমে ধৰ তই পাগলী
তোকে চূণ পুৰি খামে ঐ গোবিন্দাই ৰাম ॥
মোকে চূণ পুৰি খাব় তই পগলা ।
চুগালে ডাকিয়ে পেলাম ঐ গোবিন্দাই ৰাম ॥

মোৰ হুগালে ডাক তই পাগলী
তোক তেল দিয়ে গুচাম ঐ গোবিন্দাই ৰাম ॥
অ' ৰাম জয় হৰি
জয় ৰাম বোলো
জয় হৰি বোলা
গৃহস্থক কুশলে ৰাখক হৰি বোলা * ॥

——

## কয়ামূৰীৰ গীত ।

দিহা—হায়! হায়!! কয়া মূৰী এ ।
পদ—হাল বাব যাওঁ মই ।
ভাত ৰান্ধি থবি তই ॥
ভাত ৰান্ধি নথওঁ মই ।
পীৰা জোৰাই ঘোমাম মই ॥
পীৰা জোৰাই ঘোমাহ তই ।
হাউলাৰ লৰুৰে কোবাম মই ॥
হাউলাৰ লৰুৰে কোবাহ তই ।
মাইৰ ঘৰলৈ গুছি যাম মই ॥



মায়েৰ ঘৰলৈ গুছি যাহ তই ।
কান্ধত তুলি আনিম গৈ মই ॥
কান্ধত তুলি আনা তই ।
কান্ধে-চান্ধে হাগি দিম মই ॥
কান্ধে-চান্ধে হাগি দিয়া তই ।
নোৱা নদীত ধুম গৈ মই ।
নোৱা নদীত ধোৱা তই ।
জনে শামুখ হম গৈ মই ।
জনে শামুখ হ যদি তই ॥
চূণ পুৰি খাম মই ॥
চূণ পুৰি খাহ যদি তই ।
গালে মুখে ডাকিম মই ॥
গালে মুখে ডাকা যদি তই ।
আদা জাৰি খাম মই ॥
আদা জাৰি খাৱ যদি তই ॥
আদাৰ ঢাপত হাগিম গৈ মই ॥
আদাৰ ঢাপত হাগাহ যদি তই ।
বৰ কোদালৰে পেলাম মই ॥
বৰ কোদালৰে পেলাহ যদি তই ।
বৰ কোদাল ভাঙি থম গৈ মই ॥

---

* কামৰূপৰ ক্ষেত্ৰী অঞ্চলৰ ধোপগুৰি গাৱঁৰ শ্ৰীপেটাল, শ্ৰীতুতি ঠাকুৰীয়া আদিৰ পৰা সংগৃহীত। ১৯৫৬ইং চন। সম্পাদক

বৰ কোদাল ভাঙি থহ যদি তই ।
বৰ কমাৰৰ তালৈ নিম গৈ মই ॥
কমাৰ-শালিক নিলে তই ।
কমাৰ ককাইক হাক দিম গৈ মই ॥
কমাৰ ককাইক হাক দিয়া যদি তই ।
ঢেকীৰ থোৰাবে কোবাম মই ॥
হায় ! হায় !! কয়ামূৰী এ *

---

## ভাদৈৰ বিলাপ ★

( গীত )

—ৰসৰাজ বেজবৰুৱা ।

"জোন বাইৰ আগৰে একেটি তৰা,
আয়ে বিয়া দিলে গঠীয়া দৰা ॥
আইও কানীয়া বোপায়ো কানীয়া,
জোৱাইকো কানীয়া পালে ।
কানীৰে জুতি লৈ বহি শুই থাকোতে,
গোটেইটো কাল কটালে ॥

* শ্ৰীপুষ্পৰাম বৰ্ম্মণৰ মুখত শুনি সংগৃহীত । বয়স-৬২ বছৰ । সাং—অৰৰা ।



এনেটো মতালে বিয়া নোসোমাওঁ,
বুলি মই মাৰিলো পাক ।
তোলা তোলে কানী খাবলৈ আয়ে পাই
মোৰ নুশুনিলে হাক ॥
বোলে "মোৰ মুৰকে খাৱ তই ভাদৈ,
শুভতে বিঘিনি নান ।
মোৰ আশীৰ্ব্বাদ, বুঢ়াৰো আশীৰ্ব্বাদ,
হৰগোৰি হৰি জান ॥
ঠেকতে পেলাই মোক বিবুধি কৰিলে,
ভদাইকে বুলিলো মোৰ ॥
বোপাই আইৰ বাইকটো ফলিলে সগুলি
সুখেৰে আছিলো ঘোৰ ॥
মুনিহটোয়ে মোক মাতে ভাদৈ বুলি,
মই মাতো "আমাৰ কানীয়া'
ৰাইজে বুলিলে "ভদ্ৰাম টেকেলা,
"আয়ে ভদ সোণ সেৰীয়া"
সঁচাকৈ ভৈয়াই মোৰ তেনেহেন আছিল ঐ
কোনেনো লই পলাল !
কোনেনো শতুৰু শালিলি তইঁত ঐ,
ভাল মোৰ হলিহঁক কাল ॥

অ মোৰ ভয়ায়ে কানি খাই অতাই,
"লাহৰী পেঙুৰী" বুলি
মৰমকৈ মাতি মোক এছকল কুঁহিয়াৰ
দিয়ে নিজ হাতেৰে তুলি।
সাদৰি ভোৰ্জোৰাই মোৰ কথা পাতে,
মই পাওঁ নথৈ যে সুখ।
দিনটোৰ জগৰবোৰ সইলি পাহৰো;
চাই থাকি কানীয়াৰ মুখ॥
এনেটো মানুহ মোৰ হাতত হেৰাল ঐ,
মোকো কণা বিধি নিয়া।
নাথাকোঁ নাথাকোঁ এই পিথিবীত,
আৰু মোৰ নসহে হিয়া॥
অ মোক কোনেনো চেনিৰে পানীকণ
খুৱাই আদৰিব বুলি "মোৰ সোণকণ"?
কাৰেনো কৰিম দন্দ, কাৰেনো কৰিম ৰোহ?
কালৈ ৰান্ধিম ভাত, কোনে কৰিব মোহ?
নেদেখিম আৰু সেই গোফেৰে কলা মুখ।
নুশুনিম আৰু সেউ কুহুৰী কাৰে দুখ!
কলা ঘুমুতিয়ে নিদিয়ে দৰিশন।
জুহালৰ গুৰিৰ জাপ হল মোৰ অদৰ্শন॥
চৰ্কাৰে টেকেলা পাতি বঢ়ালে মান।
টেকেলাৰ ঘৈণী বুলি পালো মই নাম॥



মৰি গল বাঙ্কে, চন পৰি গল বৃন্দাবন।
ভদাই অবিহনে ভাদৈৰ প্ৰাণ বিনাশন॥
"জোনবাইৰ আগৰে একেটি তৰা।
আয়ে বিয়া দিলে গঠীয়া দৰা *"॥

---

❀ ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ "কৃপাবৰ বৰুৱাৰ ওভতনি"ৰ পৰা সংগৃহীত।

* ভদাইৰ মৃত্যুত ভাদৈয়ে এই বিলাপটো ৰচনা কৰি গাওঁতে বৰবৰুৱাই শুনি শিকিলে।

## মৃগীৰ বিলাপৰ নাম

দিহা—ঐ এ, দৈৱেৰ জাতনা দুঃখ
এ খণ্ডণ নাযায়॥

পদ—একদিন ব্ৰহ্মাদেৱ হংসজানে চৰি।
বন উপবন সব চাই ঘূৰি ঘূৰি॥
ভ্ৰমণন্তে ব্ৰহ্মাদেৱ সি স্থানত আসি।
দেখিলেক মৃগী এক কান্দি আছে পশি॥
মহা দুখে আছে মৃগী ধৰণীত পৰি।
এৰাইতে নাপাৰে গলে পাৰে ব্যাধৰ জৰী॥
চকুৰ লোটক দুই ধাৰে বই যায়।
উৰ্দ্ধমুখে পৰি আছে পাশে বান্ধ খায়॥
নিজ জাতনাক মৃগী নকৰে চিন্তন।
বৎসক স্মৰিয়া মাত্ৰ কৰিছে কন্দন॥

তোক এৰি আহিলোহো বিদূৰ পথত।
সেই শোক অগ্নি লাগি পোৰয় গাৱত॥
এহিমতে মহাদুখে নিশ্বাস চাৰন্ত।
কতো বেলি মৌন হুয়া হৰিক স্মৰন্ত॥

১নং—কান্দে হৰিণা পহু অৰণ্যৰ মাজে।
কাল ব্যাধে হৰিণাক মাৰিবলৈ সাজে॥

অনন্তৰে চকু মেলি ব্ৰহ্মাক দেখিলা।
সকৰুণ ভাৱে মৃগী বিনাইবে লাগিলা॥
নমো নমো ব্ৰহ্মা দেৱতাৰ আদি দেৱ।
তোমাৰ চৰণে সুৰাসুৰে কৰে সেৱ॥
দুখীত বৎসল তুমি দেৱৰ প্ৰধান।
কতক্ষতে স্ৰজি আছা ই তিনি ভুৱন॥
তোমাৰেযে যশ কীৰ্ত্তি গাৱে চৰাচৰ।
পশিলো শৰণ প্ৰভু কৰিও উদ্ধাৰ॥
ব্যাধে পাতি আছে ফাণ্ড মই নেদেখিলোঁ।
আচম্বিতে আসি মই তাতে ভৰি দিলোঁ॥
দেখা পৰি আছো ধৰণীত লুতি খাই।
মৃত্যুৰ কাৰণে মোৰ কোনো চিন্তা নাই॥
জন্মিলে অৱশ্যে মৃত্যু এৰান নাযায়।
কিন্তু এক কৰ্ম্ম সুমৰন্তে ধাতু যায়॥
বৎসক এৰিয়া মই চৰিবে আসিলো।
দুগ্ধ দিব লাগি মই যাবাক নাপালোঁ॥



২নং—অ বিধি লেখিলা কপালে
দুগ্ধ খোৱা বৎসে মোৰ ৰৈলা কোন স্থানে॥

ব্যাধ জালে বন্দী হুয়া ৰৈলোঁ এই ঠাই।
ক্ষুধাতুৰ আছে বৎস ভুঞ্জিবে নাপায়॥
কৃপা কৰি এৰি দিয়া বৎসৰ পাশে যাওঁ।
তোমাৰ কৃপাই প্ৰভু বৎসক পিয়াওঁ॥
এহিমতে মৃগী স্তুতি কৰিলা বিস্তাৰ।
অনন্তৰে ব্ৰহ্মাই পাছে দিলন্ত উত্তৰ॥
কি কাৰণে মোক তই কৰাহ কাতৰ।
পৰৰ দ্ৰব্যত মোৰ কিবা অধিকাৰ॥
সি কাৰণে কহো তোক মোৰ আশা এৰ।
এহি বুলি চৰে ব্ৰহ্মা হংসৰ ওপৰ॥

৩নং—প্ৰভু মোৰ কি গতি হল শোকে
প্ৰাণ মজিয়া ৰ'ল, ব্যাধৰ জালে পৰি।
আছোঁ মই বাগৰি বৎসৰ বা কি গতি হ'ল॥

পুনৰপি মৃগী বোলে অতি যে কাতৰে।
শৰণ গোটক ৰাখা দয়াৰ ঠাকুৰে॥
আৰ্ত্ত হৈয়া তযু পাৱে কৰিছোঁ কাকুতি।
কৰা প্ৰভু যেন বাঞ্ছা আপোন যুগুতি॥
এহি বুলি মৃগী পাছে অধো মুখে ৰৈলা।
পুনৰপি ব্ৰহ্মাই ফিৰি বুলিবে লাগিলা॥

এৰি দিব পাৰো মই ধৰ্ম্ম পন্থ চাই।
অৰণ্যৰ পহু কিবা আহিবি তুনাই ॥
নাহিকে সজাত কিছু পহু বন জাতি।
মৰিবাক লাগি কিয় প্ৰবেশিবি আসি ॥
যত কিছু কহি আছে নধৰে মনে।
ফাঁকি দিয়া পশিবি গৈয়া ঘোৰ বনে ॥
নুখুলিব তোৰ বান্ধ নেৰিবোহো তোক।
ব্যাধৰ গালিত পাছে আহিবোহো শোক ॥
শুনি মৃগী বুলিলন্ত বিষ্ণু বিষ্ণু স্মৰি।
নিশ্চয় আহিব মই জানি নিষ্ঠ কৰি ॥
তথাপিতো সত্য কৰো শুনা সৃষ্টি কৰ।
যদি নাহো ভুঞ্জিবোহো নৰক বিস্তৰ ॥
শুনি আছোঁ মিত্ৰদ্ৰোহী কৰে যিটো জনে।
নাহিকে উদ্ধাৰ তাৰ ই তিনি ভুৱনে ॥
বৎসক পিয়াই দুগ্ধ আহিব সত্বৰ।
এহিমতে নানা স্তুতি কৰিলে বিস্তৰ ॥
ধীৰে ধীৰে গৈয়া তাৰ সমীপ চাপিলা।
দুই হাতে ধৰি তাৰ বান্ধ খুলি দিলা ॥

৪নং—এ ৰাখা কি দয়াময় ঐ এ ভৱ সাগৰে
এ ভৱ সাগৰে ঘোৰ ৰক্ষা কৰা প্ৰভু
মই মৰি যাওঁ ব্যাধৰ জালতে ॥



মুক্ত হইয়া মৃগী পাছে ব্ৰহ্মাক প্ৰণামি।
বৎসৰ পাশক লেগি কৰিলা মেলানি ॥
পশু চলি গৈলা ব্ৰহ্মা ৰৈলা সেহি ঠাই।
পশুৰ বাক্যত সজাত আছে কিবা নাই ॥
কতো বেলি পাইলা মৃগী বৎসৰ কাষৰি।
সেহি স্থানে ফুৰে বৎস মাতৃক বিচাৰি ॥
ক্ষীণ ভৈলা তনু তাৰ ফুৰে হেম্বেলাই।
মাতৃহীন ভৈলা, বৎস হল মৃত্যু প্ৰায় ॥
মাতৃ আহিবাক বৎস বিদূৰে দেখিলা।
মৃতকৰ দেহে যেন প্ৰাণক পাইলা ॥
মাতৃ সবে বৎস যেন ভৈল এক ঠাই।
পুছিবে লাগিল বৎস মাতৃৰ মুখ চাই ॥
কালি প্ৰভাততে গৈলি মোক পৰিহৰি।
ক্ষুধাইছে হেৰাইছে প্ৰাণ আছোঁ মাত্ৰ ধৰি ॥
হৰিণীয়ে বোলে বাচা কি হব বিলাই।
ভাগ্যবলে তোৰ মুখ দেখিলো তুনাই ॥
আপদ নগনি একো কতুহল মনে।
তৃণ ভুঞ্জি পশিছিলোঁ এই বনে বনে ॥

৫নং—এইবাৰ তাৰিও ভগবান,
নিজ গুণে কৃপা প্ৰভু কৰা পৰিত্ৰাণ ॥
ব্যাধে ফাণ্ড পাতিছিল অলক্ষিত কৰি।
নেদেখিয়া তাৰ মাজে মই দিলোঁ ভৰি ॥

গলে হাতে পাওঁ দেলে লৈলেক মেৰাই ।
এৰাইবাৰ সাধ্য নাই আছিলোঁ চেঞ্চাই ॥
দৈৱ বলে ব্ৰহ্মা আসি সি স্থানত ভৈলা ।
কাকূতি কৰন্তে মোৰ বান্ধ খুলি দিলা ॥
তোক ছুগ্ধ দিবে মাত্ৰ মোক দিছে এৰি ।
শীঘ্ৰে ছুগ্ধ খাওঁ পুতাই বিলম্ব নকৰি ॥
ব্যাধ যেবে আসি পালে ব্ৰহ্মাৰ সৰ্ব্বনাশ ।
তুনাই পাবৰ মোক নকৰিবি আশ ॥
ব্যাধৰ হাতত মৃত্যু কৰ্ম্মৰ নিৰ্ব্বন্ধ ।
সেহিসে কাৰণে তাত কিছু নাই তুখ ॥
প্ৰতিপাল কৰিবাক নাপালোহো তোক ।
যিবা হক ভাগ্যবলে দেখিলোহো তোক ॥
৬নং—শুনি বৎসে বুলিলন্ত
চলা শীঘ্ৰ যাওঁ আই ব্ৰহ্মাৰ ওচৰ ॥
খৰ-চাপৰি— ৰাখা ৰাখা এ হৰি সংসাৰ সাগৰে ।
বৎসৰ মায়াত মোৰ আত্ম হেৰুৱাই ।
কৰি আছোঁ অপৰাধ ক্ষমা প্ৰভু দায় ॥
পশু জাতি মূঢ়মতি অধম অভাজন ।
আতুৰ জানিয়া প্ৰভু আসিলোঁ ইথান ॥
হৰি বল হৰি ব'ল
বলৰে ভাই হে ।

---

* শ্ৰীকৃষ্ণ কান্ত মজুমদাৰৰ "হাতেলিখা নামৰ পুথিৰ" পৰা সংগৃহীত ।

# সিন্ধুমুনিৰ বিলাপ

দিহা— এ হৰিয়ে এ নাৰায়ণ কৰা কৃপা কমললোচন ।
পদ— শুনা সভাসদ ৰামায়ণ পদ
ইটো কথা অনুপাম,
সূৰ্য্য বংশ জাত অজৰ তনয়
দশৰথ তাৰ নাম ।
অযোধ্যা নগৰে ভৈলা নৃপবৰ
ইন্দ্ৰৰ সমান অতি,
পুত্ৰ সম কৰি প্ৰজাক পালন্ত
আনন্দে ভুঞ্জে নৃপতি ।
তিনিজনী কন্যা বিয়া কৰাইলেক
ৰূপে গুণে অনুপাম,
কৌশল্যা, কৈকেয়ী সুমিত্ৰা সুন্দৰী
ভিনে ভিনে থৈলা নাম ।
১নং—মৃগয়া কৰিতে যায় দশৰথে
হাতে ধনুশৰ ধৰি ॥
একদিনা ৰাজা মৃগয়া কৰিতে চলি যান্ত ৰথগতি ।
সৰযু বনতে মৃগ মাৰি ফুৰে দশৰথ নৰপতি ॥

---

তেওঁ "বেডিঅ' আৰু অইন ঠাইতো দলৰ লগত নাম গাই ফুৰে । এই কাহিনীটি অৰবাৰ শ্ৰীসহিৰাম কলিতা (ভাৰবীয়া)ৰ মুখতো শুনি টোকা কৰা হৈছিল । সম্পাদক

একদিনা দেখা বিধিৰ বিপাক দশৰথ নৃপতিৰ।
মৃগয়া কৰিতে কিনো ভৈলা পাচে শুনশুন নৰবৰ ॥

২নং—সৰযু বনতে ৰাজা দশৰথে
হাতে ধনুশৰ ধৰি,
শব্দ অনুসাৰে মৃগ মাৰি ফুৰে
শব্দ ভেদি শৰ কৰি।
তাত এক অথন্তৰ ভৈলা নৃপতিৰ।
শ্ৰীফল বনত বাস অন্ধক মুনিৰ ॥
আপুনিও অন্ধক তাৰ ভাৰ্য্যাও অন্ধক।
সিন্ধু নামে পুত্ৰে মাগি পোষে দহান্তক ॥
সৰযুক সিন্ধু জল আনিবাক গৈলা।
ঢৌ দিয়া কলহক ভৰাইবাক লৈলা ॥
ঘৰ-ঘৰ কৰি যেবে শব্দ উঠিলা।
অৰণ্যৰ হন্তে পাছে নৃপতি শুনিলা ॥
হস্তী গোটে পানী খাই জানি নৃপবৰ।
শব্দ অনুসাৰে বীৰে হানিলন্ত শৰ ॥
বজ্ৰৰ সমান শৰ অগনি সাক্ষাৎ।
পৰিল সন্ধানে সিন্ধুমুনিৰ হিয়াত ॥
৩নং—অগ্নি জ্বালি বুকে পিঠি গাঠিলেক বানে।
মুনি বোলে হৰি হৰি মৰিলো পৰাণে ॥
মুনিৰ ক্ৰন্দন শুনি লৰি গৈলা নৃপমণি—



শব্দ ভেদি শৰৰ পাছে উমান পাইলেক।
লাগিল জানিয়া ৰজা খেদি আসিলেক ॥
দেখে ঋষি পুত এক পৰিয়া আছয়।
দেখি ভয়ে নৃপতিৰ শৰীৰ কম্পয় ॥
অণ্ঠকণ্ঠ শুকাইলেক কম্পে হাত পাও।
ভয়ে নৃপতি ভৈলা মৃতক স্বভাৱ ॥
অনন্তৰে মুনি পুত্ৰে ৰজাক দেখিলা।
অনেক ধিক্কাৰি তাক বুলিবাক লৈলা ॥
৪নং—কি কৰিলি দুৰাচাৰ ঐ
অ' পাপী কোন তই অধম দুৰ্জ্জন
অ' বিনা দোষে মোহোক বধিলি কি কাৰণ
ঐ কি কৰিলি দুৰাচাৰ ঐ ॥
কোন তই মহাপাপী অধম পামৰ।
বিনা দোষে মোহোক কৰিলি এহি শৰ ॥
ব্ৰহ্মা বধ কৰি পাপী কোন ফল পাইলি।
কেমন কাৰণে বেটা কাল কূট খাইলি ॥
বৃদ্ধ বাপ-মাও মোৰ অন্ধ দুই প্ৰাণী।
মই মাত্ৰ পুত্ৰ মাগি খুজি পোহো আনি ॥
মোক মাৰি তাৰা দুহান্তৰ বধ লৈলি।
কোন কাম কৰি পাপী অধোগতি গৈলি ॥
৫নং—অ হৰি হায়ৰে হায় অ কান্দে দশৰথ ৰাই,
অ হায় বিধি কি কৰিলোঁ মই, মই নিদাৰুণ মইহে।
অ হস্তী বুলি শৰ কৰি বধিলো ব্ৰাহ্মণ ॥

মুনিৰ চৰণে ধৰি কান্দন্ত বিনাই।
সূৰ্য্য বংশী ৰাজা মই দশৰথ ৰাই॥
তুমি পানী ভৰা, মই তাহাক নাজানি।
হস্তী গোটে পানী খাই মনে অনুমানী॥
শব্দ অনুসাৰে মই কৰিলোঁ প্ৰহাৰ।
পৰিলন্ত শৰ আহি হিয়াত তোমাৰ॥
মহা পাপ কৈলো মোক শাপি ভস্ম কৰা
মোহোৰ দোষত তুমি বংশক নামাৰা॥

৬নং—অ ৰাজা দশৰথ এ মনে নকৰিবা শোক
মোহোৰ কৰ্ম্মে পাওঁ দুখ
অ' শ্ৰীফল বনত আছে পিতামাতা
শীঘ্ৰে লৈ চলা মোক
ৰজা দশৰথ এ॥

হেন শুনি মুনি পুত্ৰে কহে নৃপতিক।
মোৰ কৰ্মফল তোক শাপিব কিশক॥
পিতা মাতাৰ শাপে তোৰ হৈব সৰ্ব্বনাশ।
মোক লৈয়া চলা ৰজা তাৰা দুই পাশ॥
আছে পিতা মাতা মোৰ শ্ৰীফল বনত।
কৰিও কাতৰ ৰাজা ঋষিৰ চৰণত॥
মহা জ্ঞানশীল তেওঁ পৰম মহন্ত।
অজ্ঞান দোষক তোৰ ক্ষমা কৰিৱন্ত॥
তোক শাপ দিলে মোৰ কোনো ফল নাই।



শৰ কাড়া হেৰা বিষে প্ৰাণ যায়॥
শুনি দশৰথে তাৰ কাঢ়িলন্ত বাণ।
কম্পি কম্পি মুনিৰ তথাত গৈলা প্ৰাণ॥

৭নং—মৰাশ কান্ধে লই দশৰথ ৰাই ঐ
মহা শোকে শ্ৰীফল বনক চলি যায় ঐ।

পাছে ৰাজাই মৰাশ কান্ধে তুলি লৈলা।
মহা শোকে শ্ৰীফল বনক চলি গৈলা॥
অনন্তৰে পাইলা গৈয়া শ্ৰীফল বনক।
দেখিলন্ত বহি আছে দুই অন্ধকক॥
মৰাশ থৈলা ৰাজা কান্ধৰ নমাই।
অন্ধ-মুনি মাতিলন্ত ভৰিৰ সাই পাই॥,

৮নং—অত বেলি কি কৰিলি ঐ নয়নৰে মণি বাচা
অন্ধকৰে লাঠি তোকে বাট চাই আছো বাচা ঐ
অ' মই আছো গুণি গাঠি

গধুলিতে গৈলি পুতাই ঐ পানী আনিবাৰে।
তাত ৰাতি কৰি চিন্তা ঐ লাগিল আমাৰে॥
তইসে কেবল বাচা ঐ সৰ্ব্বস্ব আমাৰ।
তই বিনে দশোদিশে দেখোহো আন্ধাৰ॥
আমি দুই অন্ধকাৰ তইসে লাখুটি।
তই অবিহনে বাচা ঐ মৰো হিয়া ফুটি॥
আন দিনা এনে কৰ্ম্ম নকৰিবি আৰ।
ইবোৰ শুনিয়া প্ৰাণ ঐ উবি যায় ৰজাৰ॥

৯নং—অ মুনিৰ চৰণে ধৰি বিনায়ে নৃপতি।
গুৰু নহও মই পুত্ৰ তোমাৰ অ
তযু পুত্ৰ বধি মই মহাপাপী ঐ
অ গুৰু দশৰথ দুৰাচাৰ ॥
নহও তযু পুত্ৰ মই শুনা মুনিবৰ।
তযু পুত্ৰ বধি মই অধম পামৰ ॥
অজৰ তনয় মোৰ দশৰথ নাম।
তযু পুত্ৰ মাৰি কৰি আছোঁ মন্দকাম ॥
শব্দ ভেদি বানে মই মহা অহঙ্কাৰী।
নিশাকালে বনে বনে ফুৰো মৃগ মাৰি ॥
তযু পুত্ৰে পানী ভৰাই তাহাক নাজানি।
হস্তী গোটে পানী খাই মনে অনুমানী ॥
কৰিলোঁ প্ৰহাৰ ঘোৰ তীক্ষ্ণত্তৰ বান।
বুকে পৰি তযু পুত্ৰ ত্যাজিলে পৰাণ ॥
হেন জানি গুৰু মোক শাপি ভস্ম কৰা।
মোৰ দোষত গুৰু বংশক নামাৰা ॥
এহি বুলি নৰপতি মৌন হুয়া ৰৈলা।
হেন শুনি দুয়ো অন্ধ কান্দিবাক লৈলা ॥
১০নং—প্ৰাণেৰ পুতাই ঐ অৱে ক'ত গেলি
এৰিয়া তোৰ শোকতে বাচা মই মৰো
পুৰিয়া প্ৰাণেৰ পুতাই।



পুত্ৰৰ মৰণ শুনি দুই অন্ধ প্ৰাণী।
হা পুত্ৰ বুলি কান্দে হিয়াত মুষ্টিহানি ॥
পুত্ৰ শোক দুইজন অচেতন ভৈল।
আকাশ ভাঙ্গিয়া যেন মাথাত পৰিলা ॥
কতোক্ষণে দুয়ো প্ৰাণী পাইলা চেতন।
হা পুত্ৰ বুলি দুয়ো জুৰিলা ক্ৰন্দন ॥
ৰজাত খুজিয়া মৰাশৰ গলে বান্ধি।
হৈলন্ত অস্থিৰ দুয়ো লোকে কান্দি কান্দি
এহিমতে কান্দি কান্দি ব্যাকুলিত ভৈলা।
মহাক্ৰোধে দশৰথক কহিবে লাগিলা ॥
১১নং—অৰে অৰে নৰপতি মহামূৰ্খ মন্দমতি।
কি কৰিলি দশৰথ পাপী পুত্ৰক বধিলি ॥
মোৰ লগাইলি সন্তাপ ঘোৰ
দিবো তোক নিদাৰুণ শাপ ॥
শুন পাপী দশৰথ পুত্ৰশোক যেন মত
আমি দুয়ো প্ৰাণী মৰো পুৰি,
মোহোৰ শাপত পুত্ৰৰ সন্তাপ পাই
অল্প কালে যাইবি তই মৰি।
শুনি দশৰথ ৰাই আনন্দৰ পাৰ নাই
কৰ যোৰে বুলিলা বিনাই,
শুনিয়োক মুনিবৰ শাপ নিদি দিলা বৰ
ই জন্মে পুত্ৰ নাহি হয়।

এতেকে বুলি পাছে হা পুত্ৰ বুলি
দুয়ো অন্ধ প্ৰাণক ত্যাজিলা,
দেখি দশৰথ ৰাই দুয়োকে সংস্কাৰ কৰি
মহা চিন্তাই গৃহক চলিলা *।

——

## ৰাধিকাৰ-বিলাপ

দিহা— অ' সখিহে আজি কেনে নুপুহাই ৰজনী
পদ— এ প্ৰথম প্ৰহাৰ ৰাতি শয্যাৰ মাজে আছোঁ বহি
ৰত্নময় পালঙ্ক সজায়।
পিৰা পাৰি সাজু কৰি লৈ আছোঁ আগবাঢ়ি
নাহিল কানু পৰৰ নাৰী পায়॥
দ্বিতীয় প্ৰহাৰ ৰাতি নিৰ্দ্দয় পুৰুষ জাতি
আশা দিয়া কৰিলা নৈৰাশ।
পৰত আশা যাৰ নিস্ফল জীৱন তাৰ
অভাগিনীৰ বৈলা অভিলাষ॥
হে প্ৰাণ সখিহে, এহে
আমাৰ কেনে দুৰ্ভাগ্য কপাল

* শ্ৰীকল্লৰাম বনিয়া লিখিত আৰু শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা প্ৰকাশিত "শ্ৰীশ্ৰীৰাম-লীলা" নামৰ পুথিৰ পৰা সংগৃহীত। —সম্পাদক



তৃতীয় প্ৰহাৰ কালা সুগন্ধি পুষ্পৰ মালা
লৈ আছিলোঁ আহিব গোপাল।
অভাগিনীৰ কৰ্ম্মফলে
নাহিল কানু মোৰ ঘৰে
অভাগিনীৰ বৈলা অভিলাষ।
যমুনাৰ তীৰতে মোহন কলিয়া
বাঁসিতে মাৰিছে গান,
বাঁসিৰ সুৰ শুনি ৰাধিকা সুন্দৰী
বাঁসি লৈ কৰিছে কান এ।
অনন্তৰে হৰি বায়ে বংশী ধৰি
বাঁসিতে উঠিছে ৰাওঁ।
ৰাধিকাৰ মনতে মাতে যেন পাৰে
নাচি নাচি আহে গাওঁ॥
যমুনাৰ তীৰতে বাজে কাৰ বাঁসিটি ঐ
অ' সখি শুনি মন মজিয়া ৰ'ল।
বাঁসিতে সুৰ তুলি মাতে ৰাধিকা বুলি
অ' সখি মাতিনো কেনে গুছি গ'ল॥
কেঁচা খৰি কেঁচা আঙাৰ কিনাৰে দিয়া
ধোৱাঁই খোৰাৰ চলে কান্দো।
বংশীৰ শুনিয়া ৰাওঁ চট-ফট গাওঁ
ঘনে বাহিৰলৈ আহোঁ॥

পানী আনিবৰ চলে কাষত কলসী লৈলো
গৃহৰ পৰা ওলালো ছেগ চাই।
তিনি সখিৰ সঙ্গ কৰি চলিল ৰাধিকা দেৱী
দেখি পাছে বুলিলা কানাই ॥
কাষতে কলসী ৰাধা এ
অ' ৰাধে ল'হেকৈ থওঁ।
কর্পূৰ তামোল দিওঁ ৰাধা
আঞ্চোল পাতি লো ॥
কানাই বোলন্ত শুনা ৰাধা গুণৱতী।
এক কথা কওঁ মই শুনা কান পাতি ॥
আহোঁতে যাওঁতে ৰাধা ঘাটে দেখোঁ তোক।
মুখত লাজে পেটত ভোকে নামাতাহা মোক ॥
নকৰা নৈৰাশ ৰাধা বোলো এক বাণী।
আলস্য নকৰি ৰাধা লোৱা তামোল খানি ॥
কর্পূৰ তামোল খাই ৰাধা মনত পাবি ভাল।
কপালত ঘাম বৰ মুখত বৰ লাল ॥
কর্পূৰ খাবি, তামোল খাবি আৰু খাবি গুৱা।
কদম তলে যায় দুয়ো খেলাইবোহো জুৱা ॥
জুৱা খেলাম পাশা খেলাম বান্ধি ছাটি লম।
মই যদি হাৰো ৰাধা তোৰে বন্ধা হম ॥
তই যদি হাৰা ৰাধা মোৰে বন্ধা হবি।
হবিনে নহবি ৰাধা সত্য কৰি কবি ॥



সখি গনৰ সঙ্গে ৰাধা মনে লজ্জা পায়।
বিমৰিষি বোলে ৰাধা কানাইৰ মুখ চায় ॥
অ' হেৰা সখিয়া সৌ চোৱা কলিয়া
কেনেনো লাজ নাই তাৰ।
অ' হেৰা সখিয়া চকু চাই
মাৰে দেখো থাৰ ॥
আই বোপাইয়ে গালি পাৰিবেক
লোকে বুলিবে মন্দ।
কুলৰ কলঙ্ক হবে অথন্তৰ
স্বামীয়ে কৰিবে দন্দ ॥
অ' হে মোৰ কানাই এ
অ' কানাই কিনো বুলি শিকাম মই তোক।
অ' কানাই কিনো বুলি বুজাম মই তোক ॥
অ কানাই ঘাটে-বাটে নামাতিবি মোক এ।
নাখাওঁ তোমাৰ কর্পূৰ তামোল
নাখাওঁ তোমাৰ পাণ
যমুনাত জাপ দিয়া ত্যাজিম পৰাণ হে মোৰ ॥
অ ৰাধে কিনো দায় লগালো
ধেমালি কৰোঁতে।
মুখ চাই নামাতাহ মোকে
বিহ খাই মৰিবি, জলে জাম্প দিবি,
গলতে লগাবি ফাঁচি।

সেই সময়তে মই কান্নু ওলামগৈ
মাৰি যে মেকুৰী-হাঁচি।
পাব হৈ উৱিম গৈ তোৰে বৰ ঘৰতে
মাখি হৈ পৰিম গালতে ॥
তামোল জানো খোৱা যমুনালৈ যোৱা
কথাতো ৰাখিবা মনতে।
কদম্বৰ তলতে লগ দিবি তই
ভৰ ডুপৰীয়া পৰতে ॥
কিনো জঞ্জাল খন পাতিলি তই বাটতে
হাতে নাযাওঁ বাটে নাযাওঁ
পানীক নাযাওঁ লাজে।
আই বোপাই নাম থৈলা কলঙ্কিণী ৰাধে।
সখি গনৰ সঙ্গে যেবে আহো কদাচিত।
বাটত মিলয় আহি কাৰ্য্য বিপৰীত।
চম্পা, নাগেশ্বৰ প্ৰাণেৰ বান্ধৱ
এ মাথাতে খুচিয়া লৈবো.
নন্দেৰ নন্দন শ্ৰীমধুসুধন
অ' আজি মই মোৰ ঠাই যাইবো
সুবৰ্ণ বঁটাতে তামোল কাটি থৈবো
অ ৰূপৰ বটাতে পাণ।
শীতল মন্দিৰে শয্যা পাৰি থৈবো
অ আহিলে যৌৱন দিম দান।
কহয় মাধৱ প্ৰাণৰ বান্ধৱ।
এ ডাকি বোলা ৰাম ৰাম।

---



## দৈৱকীৰ বিলাপ

দিহা— অ' এ, কান্দে দৈৱকী আই
কন্যাকে সাৱটি ধৰি
অ কান্দে দৈৱকী আই কংসৰ আগে পৰি।

পদ— কোপে কাম্পে কংসৰাই সম্যকে ৰাক্সস পাই
দেখি ভয় ভৈলন্ত দৈৱকী।
হৃদি কম্প গৈলা লৰি কংসৰ আগত পৰি
কান্দিলন্ত শোকে মক-মকি ॥
দান্তে তৃণ তুলি ধৰি অনেক কাৰুণ্য কৰি
মাগন্ত সুন্দৰী জীউ দান।
একে স্ত্ৰী জাতি মই আৰু তোৰ ভগী নাই
কোন সতে দাদা লৈবি প্ৰাণ ॥
দিয়া দাদা কন্যা দান,
এ দাদা চৰণত ধৰো
মাৰিছা ছয় পুত্ৰৰ সন্তাপ পাইৰো
দিয়া দাদা কন্যা দান এ।
মাৰিলি অনেক পোক কন্যাখানি দিয়া মোক
হেনবা মই সন্তাপ পাহৰো।
একে আছোঁ দগ্ধ হুই তুনাই নজ্বলাবি জুই
দাদা তোৰ চৰণত ধৰোঁ।

কনিষ্ঠা ভগিনী মই সন্তাপত পৰো জই
পৰিত্ৰাণ কৰা মোক জানি।
নাৰাখিবি কু-খিয়াতি মাগিছো আঞ্চোল পাতি
দিয়া যান্ত পচা জীও খানি
কান্দে দৈৱকী আই অ' হৰি কংসৰ মুখক চাই।
কন্যাখিনি মোৰ নামাৰিবি দাদা
তই মোৰ চেনেহৰ ভাই ॥
এক এক কৰি ছয় পুত্ৰ মাৰিলি
ই বেলি জন্মিলা জী।
সসাগৰা মহী জীতিলি বাহু বলে
ইনো তোক কৰিব কি ?
অ হে মোৰ দাদা ঐ
অ দাদা কিনো তোৰ নিদাৰুণ চিত
কিয় মোক কৰাহা বঞ্চিত
ছয় পুত্ৰ দিছো তোক কন্যাখিনি দিয়া মোক
অ দাদা তাকে চাই জুৰাও কিঞ্চিত ॥
সৰুৰ পৰা ডাঙৰ হলো তোৰে মুখৰ খাই।
মহাৰঙ্গে বিয়া দিলা যোগ্য দৰা চাই ॥
অতি চেনেহৰ মই ভগিনী সাদৰি।
কোন সতে দাদা মোক থৈছা বন্দী কৰি ॥
বন্দী কৰি থৈছা মোৰ তাতো নাই দুখ।
একে একে দেখিলো মই ছয় পুত্ৰ মুখ ॥



একে একে সবাকো মাৰিলি আফিলাই।
চাই থাকো আগতে মোৰ বুকু ফাটি যায় ॥
কোন দোষে মাৰা দাদা কন্যাখিনি মোৰ
অ দাদা শোকে মোৰ হিয়া ফাটি যায়।
ছয় পুত্ৰ মাৰি নিলি দাদা মোৰ ঐ
অ দাদা থাকো মই কাৰ মুখ চাই এ ॥
দশ মাস গৰ্ভ ভাৰক বহিছো
গলতে জিঞ্জিৰী লৈ
এক এক কৰি ছয় পুত্ৰ মাৰিলি
অ দাদা কোলে লই নাপালো মই এ।
অ দাদা এৰি যা এৰি যা পচা জীউখানি
মাগিছোঁ আঞ্চোল পাতি
অ দাদা ছয় পুত্ৰ মাৰিলি হাতে ছুই নাপালো
চক্ষুই চাই নাপালো মুখ এ
অ দাদা কোলাভৰি বাচাক লবা মই, নাপালোঁ
এয়ে মোৰ মনৰে দুখ এ।
অ দাদা ধুৱাই লৈ নেপালো খুৱাই মই নাপালো
পিয়াই মই নেপালো স্তনহে।
অ দাদা মুখ চাই বাচাক মই, চুমা খাই নাপালো
ই যে আকুল কৰে মন হে ॥
এই বুলি বৰ নাৰী কন্যাক সাৱটি ধৰি
কান্দিয়া আচন্ত দীৰ্ঘ বাৰে।

ক্ৰোধে অতি কংসৰাই দশন কামুৰি যায়
দৈৱকীক চক্ষু পকাই চাৱে ॥
হায়ৰে পাপিষ্ঠাচাৰী কুলক্ষণী কুলাঙ্কাৰী
কত তই বুজাহ আমাক।
এই বুলি ভৰ্সন্তে আজুৰি কোলাত লন্তে
দুৰাচাৰে আনিলা কন্যাক ॥
এক হাতে মুষ্টি ধৰি দুই চৰণত ধৰি
আফালিলা শিলত নিষ্ফলে।
হাতৰ এৰায়া তাৰ ধৰি ৰূপ চমৎকাৰ
গৈলা দেৱী গগন মণ্ডলে ॥
অনুজ্বলে নৱ-সূৰ্য্য আঠ অস্ত্ৰ আঠ ভুজ
দিব্য অলঙ্কাৰে জ্যোতি চৰে।
অসংখ্যাত বিদ্যাধাৰী যেবে নৃত্য গীত কৰি
স্তুতি কৰে চাৰণ কিন্নৰে॥
আকাশৰ পৰা মাতে যোগমায়া
কংসৰ আগে শুনাই এ
পাছে যোগমায়া হাসিয়া বোলয়
শুনৰে কংস নিষ্ফল।
আমাক মাৰিয়া পাইবি কেনে ফল
যাইবি পাপী ৰসাতল ॥
যি ঠাইত সি ঠাইত উপজিছে গৈয়া
তোৰ পূৰ্ব্বে প্ৰাণ বৈৰি।
দুখুনি দৈৱকীক বৃথা হিংসা কৰা
অধোগতি যাইবি মৰি *

---



# টোপনিৰ-গীত

টোপনি টোপনি ঐ আৰে টোপনি
টোপনিৰ কলৰ তলত ঘৰ,
আমাৰে ঘৰকে নাহিবি টোপনি
শাহু আইৰ উঠিছে জ্বৰ।
হেৰ টোপনি হালিয়া জালিয়া পৰে গা-
হে'ৰ টোপনি হালিয়া জালিয়া পৰে গা।
ধান মুঠি বানিলো চাউল মুঠি কাঢ়িলো
মাইথেৰ ঘৰক যাওঁ বুলি,
শাহু ভাই খাইটি যাবকে নিদিলে
ভাইৰে মুৰ খাওঁ বুলি।
হেৰ টোপনি হেৰ টোপনি
টোপনিৰ কলৰ তলত ঘৰ,
আমাৰে ঘৰকে নাহিবি টোপনি
শাহু আইৰ উঠিছে জ্বৰ।
কাহানি চিনিম মই সূতাৰে চেউনি
কাহানি চিনিম মই মাল,
হাতৰ খঁৰা পাঁজি হাততে পৰি ৰ'ল
টোপনি হ'ল মহা কাল।

---

* শ্ৰীনৰেশ্বৰ শৰ্ম্মা বৰুৱা ৰচিত শ্ৰীপ্ৰসন্ন বৰুৱা প্ৰকাশিত "শ্ৰীশ্ৰীকৃষ্ণৰ ব্ৰজলীলা"ৰ পৰা সংগৃহীত। সম্পাদক

দেৱৰটো মৰি যক ননদটো ওলাই য'ক
বুঢ়া শহুৰটোকো খাক বাঘে,
ভকতৰ বচনে দুই ঠেঙৰ বালি ল'ই
স্বামীটো মৰি যা'ক আগে।
মৰোকে বা চৰোকে শহুৰৰ পুতেক
আমি মাছে ভাতে খাম,
আই বোপাই তেহ্না ভালে ভালে থাকক
আমি ধেমেনা ঘৰকে যাম।
আইয়ো মাৰিলা বোপাইয়ো মাৰিলা
পিৰা জোৰাই ঘোমালো বাজে,
হুকুকা বতাহে পাই কুলা নিলে উৰুৱাই
চাউল খালে বামুণৰ ছাগে।
টোপনি টোপনি ঐ আৰে টোপনি
টোপনিৰ কলৰ তলত ঘৰ,
আমাৰে ঘৰকে নাহিবি টোপনি
শাহু আইৰে উঠিছে জ্বৰ *।

* অসম চৰকাৰৰ "জন-শিক্ষা"ত প্ৰকাশিত। এই গীতটি স্বৰ্গীয় আইতা অগোপ্ৰিয়া কলিতাৰ মুখত শুনি সংগ্ৰহ কৰিছিলোঁ। তেওঁৰ মৃত্যুৰ সময়ত বয়স প্ৰায় ৬৫ বছৰ মান হৈছিল। গাওঁ অৰৰা। নলবাৰী থানা।

—



# ৰাধা বাৰমাহী

দিহা—কি ৰাধে কান্দে হৰি এ
**পদ**—অহে কৃষ্ণ, বহাগৰ মাহতে ৰাধে দেউতাৰ গৰ্জনি
দেউতাৰ গৰ্জনি শুনি মৎসে দেই উজনি।
সেই মৎসে উজন দেই বছৰে এবাৰ,
মই অভাগিনী ৰাধেৰ নাহি পটন্তৰ।
অহে কৃষ্ণ—জেঠৰে মাহতে ৰাধে জেঠুৱাৰে খৰ
বনৰে হৰিণা পশু সিয়ো চাপে ঘৰ।
বনৰে হৰিণা পশু চাপি লোৱে ঘৰ
যাকে মই আপোন বুলো সিয়ো হোৱে পৰ।
অহে কৃষ্ণ—আহাৰৰ মাহতে ৰাধে আহাৰন্ত ৰাতি
সুবৰ্ণ পালঙ্গে ৰাধেৰ নাহিলে ঘুমুটি।
সুবৰ্ণ পালঙ্গে ৰাধেৰ নুজুৰায় গাৰ
যতে আছে কৃষ্ণ কোঁৱৰ তৈকে লাগি যাব।
অহে কৃষ্ণ—শাওণৰ মাহতে ৰাধে ৰোৱনৰে দিন
মাৱে বাপেৰ ঘৰে ৰাধে থাক কত দিন।
মাৱে বাপেৰ ঘৰে ৰাধেৰ নুজুৰাৱে গাৱ
কৃষ্ণ প্ৰভুক স্বামী পাইছা পখালিবি পাৱ।
অহে ৰাধে—ভাদৰে মাহতে ৰাধে ভৈদা বৰি খৰ
নদী শুকাল নালা শুকাল পৰিল বালিচৰ,
কৰা ৰাৱৈ, কাইমে ৰাৱৈ, ৰাৱৈ ৰাজ হাঁহ
হেলাতে গোৱাইলি ৰাধে বাৰিষা ছয়মাহ।

অহে কৃষ্ণ—আহিনৰ মাহতে ৰাধে দূৰ্গায় বলি খায়
হাঁহ দিয়ে জাকে জাকে পাৰৰ সীমা নাই।
হাঁহ দিয়ে জাকে জাকে পাৰ দিয়ে বলি
য'ৰে পৰা আহিছা দেৱী তাকে যোৱা চলি।
অহে কৃষ্ণ—কাতিৰে মাহতে ৰাধে শালি-ধানৰ থোৰ
বাৰ মাহৰ তেৰ গীত গাইতে নেপায় ওৰ।
বাৰ মাহৰ তেৰ গীত গাওঁৰে বণিয়া,
ক্ৰন্দন কৰিছে ৰাধে কৃষ্ণক নাপায়া।
অহে কৃষ্ণ— আঘোণৰ মাহতে ৰাধে দ্বিতীয়াৰে জোন
ষোল বছৰতে ৰাধে হইল যৌৱন।
সোতৰ বছৰতে ৰাধেৰ বয়স দিলা ভাঠি
বুঢ়া হৈলা বৃদ্ধ হৈলা হাতে লৈয়া লাঠি।
অহে কৃষ্ণ— পুহৰে মাহতে ৰাধে, বৃষ্টে বৰি কুৰা
প্ৰাণ নাথে যুৱা নাথে খেলে পাশা জুৱা।
পাশা খেলে জুৱা খেলে পাশাত নিদিয়ে ঢাল
ইনাই-বিনাই কান্দে বিনন্দ গোপাল।
অহে কৃষ্ণ— মাঘৰে মাহতে ৰাধে, ধৰমৰে তিথি
চিলানকে ওলাল ৰাধে ভাগিনী সহিতি।
আগ হাতে জল ফুল অগৰু চন্দন
জলতে নামিয়া ৰাধে জুৰিলা ক্ৰন্দন।
অহে কৃষ্ণ— ফাগুণৰ মাহতে ৰাধে দৌলৰে যাতাৰা
দৌলৰে ওপৰে থাকে কত মঠ মগৰা।



মঠ নহয় মগৰ নহয় তনিছে মহৰি
তাৰে তলত পূজা কৰে উত্তম পুজাৰী।
অহে কৃষ্ণ -- চৈতৰে মাহতে ৰাধা পকি সৰে বেল
সেই বেল লৈ প্ৰভু বণিজকে গেল।
বণিজকে যায় প্ৰভু কিনো পালা নিধি
মই অভাগিনী ৰাধেক চাইতে নেদে বিধি *।

— —

## গোপীৰ-বিলাপ ★

**দিহা**— এ কানাই আইস অ আইস কানাই আইস।
আইস আইস প্ৰাণৰ কৃষ্ণই কদম তলে বৈস॥
**পদ**— এ মোহন বংশী ফুকে বায়ে বনমালী।
বাঁশী সুৰে মাতে কৃষ্ণই আইস ৰাধা বুলি॥
এ ৰাধে বোলে সখী সব শুনা কাণ পাতি।
কৃষ্ণক আনিবাৰ সবে কৰাহা যুগতি॥
এ গোপী বোলে সখী সব নযাও তাৰ কাযে।
এইটো মহা দুষ্ট কৃষ্ণ নানা মায়া সাজে॥
এ একদিন গিয়াছিল যমুনাৰ তীৰে।
আহা সব গোপী বুলি মাতে গেৰিয়ায়ে॥
এ নন্দ সুতে কেলি কৰে একোকে নাজানে।
কৰে টানা টানি ধৰি গোপীৰ বসনে॥

* অময়াপুৰ গাঁৱৰ শ্ৰীঅম্বৰাম ডেকাৰ পৰা সংগৃহীত। সম্পাদক—

ভাঙনি দিহা — এ কেলি কৰে বৃন্দাবনে মোহন গোপাল।

পদ— আমি পঞ্চ গোপী জলত নামিলো
তীৰতে বসন থই।
ছাৱাল দেখিয়া লজ্জা নকৰিলো
সি গৈলা বসন লই॥
এক আঠু পানীতে মজিয়া ৰহিলো
জাৰে কাম্পে মোৰ হিয়া।
কাওঁ-বাওঁ কৰো দাঁতে তৃণ ধৰো
বসন পেলাই দিয়া॥
লাম্ফ দিয়া কৃষ্ণ কদম্বে চৰিয়া
চিঙে কদম্বৰ পাত।
কদম্বৰ তলতে বসি পাঞ্চ গোপী
কৃষ্ণক লগাইছে মাত॥
কদম্বতে উঠি কদম্বতে বসি
চিঙে কদম্বৰে গুটি।
কদম্বৰ তলতে বসি পাঞ্চ গোপী
কৃষ্ণক কৰিছো তুতি॥
এক হস্তে গোপী অঙ্গক ঢাকিয়া
আৰু হাতে কৰে যোৰ।

★ ভদ্ৰাগাৰৰ শ্ৰীগোলোক চন্দ্ৰ তালুকদাৰে গাই থাকোতে শ্ৰীমোহন চন্দ্ৰ তালুকদাৰে সংগ্ৰহ কৰি দিছিল। সম্পাদক



কদম্বৰ পৰা কৃষ্ণই বোলয়
সিও খানি হাত তোল॥
যাৰ যিবা বস্ত্ৰ লোৱা চিনি চিনি
বুলিলো নিশ্চয় কৰি।
এই কথা শুনি গৈলা গোপীগণ
হাতে কৃতাঞ্জলি কৰি॥
কহয় মাধৱে এ প্ৰাণ বান্ধৱ
শিশু গোবিন্দৰ লীলা।
গোপীৰ তুতিত কৃষ্ণ তুষ্ট ভৈলা
বসন পেলাই দিলা॥

